প্ৰকাশিকা :
নলিনীবালা দেৱী
'স্বপ্নাচল'
দক্ষিণ শৰণীয়া
গুৱাহাটী-৭

প্ৰথম প্ৰকাশ :
জানুৱাৰী, ১৯৭১ চন

শ্ৰীউপেন্দ্ৰকুমাৰ চাংকাকতি

মূল্য— পাঁচ টকা

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

## কৰযোৰীয়া এষাৰ

সংসাৰৰ সংঘাতত জুৰুলা দেহ-মন লৈ জীৱনৰ দীঘলীয়া বাট বুলনিত শান্তিপথ বিচাৰি হাবাথুৰি খাই ফুৰা অশান্ত প্ৰাণত ভাৰতীয় মহান দৰ্শন-গীতা-উপনিষদৰ পাতে পাতে জিলিকি থকা অপাৰ্থিব পোহৰৰ ৰেঙণিয়ে কঁাইটীয়া বাটত এছাটি শান্তিৰ শীতল পোহৰ পেলাই গতিপথত প্ৰেৰণা যোগাইছিল। সীমাহীন ভাৰতীয় সত্য-দৰ্শনৰ পৰিধি বিশ্ব আৱৰা। এই মহান সত্যৰ মূল তথ্য বিচাৰি মনীষীসকলে যুগ যুগ ধৰি সাধনা-ব্ৰতত জীৱন নিয়োজিত কৰি আহিছে। ভাৰত-দৰ্শনৰ বিশাল অমৃত-সাগৰৰ এক বিন্দু গ্ৰহণ কৰিবলৈও এই ক্ষুদ্ৰাতিক্ষুদ্ৰ অযোগ্য জীৱনৰ সামৰ্থ্য নাই। তথাপি অশান্ত মনে অক্ষমতাৰ জোখলৈ কাণ নকৰি শান্তিৰ পিয়াহত সাগৰ তলিত মাণিক বিচৰাৰ দৰে ভাৰতীয় সত্য-দৰ্শনৰ এটুপি অমৃত পানৰ আকণ্ঠ তৃষ্ণা লৈ আগবাঢ়োঁতে যিকণি অমৃতৰ চিটিকণিয়ে হিয়া-মন শান্ত কৰিছিল—সেই অমৃত কনাৰ দুই-এফঁাকিৰ আলম লৈ সময়ে সময়ে লিখি থোৱা কেইটামান প্ৰবন্ধ গোটাই 'শান্তিপথ' নামেৰে পুথিখনি যুগুত কৰি ৰাইজৰ আগলৈ আগবঢ়াবলৈ উদগণি দিলে—বাণীৰ বৰপুত্ৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰধান অধ্যাপক ডঃ শ্ৰীযোগীৰাজ বসুৱে। ডঃ বসুৰ উৎসাহ-বাক্যত মনলৈ সাহ আহিল। ডঃ বসুলৈ মোৰ আন্তৰিক স্নেহাশীৰ্বাদ আগ-বঢ়ালো। ডিব্ৰুগড় অসম-সাহিত্য-সভাৰ স্মৃতিগ্ৰন্থত প্ৰকাশ কৰিবলৈ ডিব্ৰুগড় কানৈ কলেজৰ অধ্যাপক শ্ৰীপৰীক্ষিত হাজৰিকাৰ অনুৰোধত 'ভাৰতৰ অমৰ দান' নামৰ প্ৰবন্ধটি লিখা হয়। সেই প্ৰবন্ধটি পঢ়ি বৰিয়া কলেজৰ অধ্যক্ষ শ্ৰীবীৰেন্দ্ৰ নাথ বৰদলৈয়ে মুগ্ধ মনেৰে স্বইচ্ছাৰে প্ৰবন্ধটি ইংৰাজীলৈ অনুবাদ কৰি কৈছিল—"এই প্ৰবন্ধটোৱে মোৰ জীৱনৰ গতি সলনি কৰিলে।" এই কথাষাৰি শুনি মনলৈ এটি নিৰ্মল আনন্দৰ সোঁত আহিল। উক্ত প্ৰবন্ধটি স্মৃতিগ্ৰন্থত প্ৰকাশ কৰা

বাবে শ্ৰীমান হাজৰিকাক আৰু প্ৰবন্ধটি ইংৰাজীলৈ অনুবাদ কৰি মোৰ মনত আনন্দ দিয়া বাবে শ্ৰীমান বৰদলৈক মোৰ আন্তৰিক মৰম আৰু আশীৰ্ব্বাদ জনালো। গ্ৰন্থখনিত বিভিন্ন প্ৰবন্ধৰ উপৰিও মোৰ কবিতা-পুথি 'সন্ধিয়াৰ সুৰ', 'সপোনৰ সুৰ', 'পৰশমণি', 'যুগ-দেৱতা', 'অলকানন্দা'ৰ জটিল কবিতাৰ ভাবাৰ্থ বিচাৰি বহু ঠাইৰপৰা অহা চিঠি-পত্ৰৰ সমিধান স্বৰূপে কেইটামান কবিতাৰ ভাবাৰ্থ আৰু পৰিবেশ লিখি 'কাব্য-মানস' নামেৰে এটি প্ৰবন্ধ সন্নিবেশ কৰা হ'ল। পুথিখনিত সন্নিবিষ্ট প্ৰবন্ধবিলাক বিভিন্ন সময়ত লিখা—সেইবাবে একে ভাবৰ ঢৌ একাধিক প্ৰবন্ধত পৰাটো অস্বাভাবিক নহয়। ইয়াৰ বাবে যেন পঢ়ুৱৈ সমাজে বিসদৃশ বুলি নেভাবে। পুথিখনি প্ৰকাশ কৰিবলৈ অসম প্ৰকাশন পৰিষদলৈ আগবঢ়োৱাত পুথি-বাছনি কমিটিয়ে মনোনীত কৰি প্ৰকাশ কৰিবলৈ সুবিধা দিয়া বাবে প্ৰকাশন পৰিষদলৈ আন্তৰিক ধন্যবাদ জনালো; বিশেষকৈ প্ৰকাশন পৰিষদৰ সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়ালৈ আন্তৰিক ধন্যবাদেৰে স্নেহাশীৰ্বাদ জনালো। পুথিখনি কপি কৰি দিয়া বাবে বি. বৰুৱা কলেজৰ ছাত্ৰ শ্ৰীহীৰেন্দ্ৰ কুমাৰ গোস্বামীক আন্তৰিক স্নেহাশীৰ্বাদ যাচিলো। পুথিখনিৰ শেষ প্ৰুফখিনি চাই সহায় কৰা বাবে কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক শ্ৰীহেমন্তকুমাৰ শৰ্মালৈ আন্তৰিক মৰম আৰু আশীৰ্বাদ যাচিলো। প্ৰেছৰ লগত সংযোগ স্থাপন কৰি পুথিখনি প্ৰকাশৰ সুবিধা কৰি দিয়া বাবে শ্ৰীগুৰু প্ৰেছৰ গৰাকী শ্ৰীমুনীন্দ্ৰ নাৰায়ণ দত্তবৰুৱালৈ আন্তৰিক স্নেহাশীৰ্বাদ যাচিলো। শেষত 'শান্তিপথ'ৰ প্ৰবন্ধ কেইটিয়ে আজিৰ বাস্তৱবাদী প্ৰগতি-যুগৰ পঢ়ুৱৈ সমাজৰ চিন্তাশীল লোকসকলৰ চিন্তাত এচাটি শান্তি সম্ভাবনাৰ সোঁত বোৱাবলৈ সক্ষম হলে কৃতাৰ্থ মানিম।

উঠি অহা তৰুণ সমাজৰ শুদ্ধ সুন্দৰ পদক্ষেপৰ ধ্বনিলৈ কাণ পাতি আশাবাদী হিয়াৰে—

লিখিকা
নলিনীবালা দেৱী

# সূচী

# প্ৰাৰ্থনা

যা তে তনূৰ্বাচি প্ৰতিষ্ঠাতা যাশ্ৰোত্ৰে যাচ চক্ষুষি।
যাচ মনসি সন্ততা শিবাং তাংকুৰু মোৎক্ৰমী॥ ( উপনিষদ )

মই যেতিয়া কথা কওঁ, তেতিয়া মোৰ বাক্য তোমাৰ ৰূপেৰেই শাব্দিক বিকাশ বুলি যেন মই ভাবো। মই যেতিয়া যি শুনো, সেয়া তোমাৰ বাক্যৰেই ৰূপাত্মক শাব্দিক বিকাশ বুলি যেন মনত ধৰোঁ। মনে মনে যিহকে চিন্তা কৰোঁ, বিচাৰ কৰোঁ, পাপ-পুণ্য বুলি সিদ্ধান্ত কৰোঁ—সেইবিলাকো তুমিয়েই; অৰ্থাৎ মোৰ জ্ঞানেন্দ্ৰিয়ই যেতিয়াই যিহকে গ্ৰহণ কৰিছে সিও তুমিময় জগতৰ পৰা। মোৰ কৰ্মেন্দ্ৰিয়ই যিহকে গ্ৰহণ কৰিছে বা বৰ্জন কৰিছে সেইবিলাকো তোমাৰেই বিশেষ বিশেষ অভিব্যক্তি মাত্ৰ। হে কৰুণাময় ব্ৰহ্মস্বৰূপ, তোমাৰ প্ৰেৰণাত মোৰ সকলো গতি যেন শিৱত্বৰ পিনে ধাৱিত হয়। মই যিহকে কওঁ, যিহকে শুনো, যিহকে দেখোঁ, সকলো যেন তোমাৰ ভাবনাত ভাবিত হৈ শ্ৰেয়ঃ বস্তুত পৰিণত হয়। কোনো হীন সত্তা যেন মোৰ চকুত নপৰে। মই যেন সেইবোৰত বাছনিক ৰূপ আৰোপ নকৰো। মই যেন প্ৰতি মুহূৰ্তে বুজোঁ—মোৰ দ্ৰষ্টব্য, শ্ৰোতব্য, বক্তব্য সকলো তুমিহে ব্ৰহ্মস্বৰূপ। তুমি মোৰ প্ৰতি কৃপণ নহবা। তুমি মোক শুভ পথেৰে লৈ যোৱা, কল্যাণ পথেৰে লৈ যোৱা। সম্যক ৰূপেৰে মোৰ সকলো নিয়ন্ত্ৰিত কৰা।

প্ৰাণস্যেদং বশে সৰ্ব্বং ত্ৰিদিবেষ্য প্ৰতিষ্ঠিতং।
মাতেব পুত্ৰান্ ৰক্ষস্ব শ্ৰীশ্চ প্ৰজ্ঞাঞ্চ বিধেহি নঃ॥

এই বিশ্বব্ৰহ্মাণ্ডত যিবোৰ দৃষ্টবস্তু সকলো পৰমব্ৰহ্মৰ বশত আছে। স্থূল-সূক্ষ্ম-কাৰণ জগতৰ প্ৰতিটি বস্তুৱেই তেওঁৰ নিয়ন্ত্ৰণত। এই বিশ্বজগতে তেওঁৰ মহিমাতে নিজকে সমৰ্পণ কৰি দিছে। হে পৰমাত্মা, তুমি আমাক ব্ৰহ্মবিদ্যা শিকাই শুভ পথেৰে লৈ যোৱা ; আমি যে তোমাৰেই একান্ত আশ্ৰিত, মাতৃয়ে পুত্ৰক যিভাৱে ৰক্ষা কৰে তুমিও সেইদৰে আমাক দীনতা-হীনতা-তুচ্ছতাৰ পৰা ৰক্ষা কৰা ; আমাক শ্ৰীপ্ৰজ্ঞাত প্ৰতিষ্ঠিত কৰা। হে পৰম প্ৰিয়! তুমি আমাক অমৃত পথলৈ লৈ যোৱা।

ওম্ শান্তিঃ

# শান্তিপথ

পৰিদৃশ্যমান এই বিশ্বজগতৰ চিৰন্তন গতি-প্ৰবাহৰ লগত বিজড়িত মানুহ-জীৱন। বিশ্বচেতনা-প্ৰবাহৰ প্ৰেৰণাৰে মানুহ-জীৱন পৰিচালিত। মানুহ অনন্ত বিশ্ব-প্ৰবাহ-পথৰ বাটকৰা হলেও চেতন প্ৰাণীৰ মাজত মানুহেই বিধাতাৰ শ্ৰেষ্ঠ সৃষ্টি। মানুহ-জীৱনৰ গৰ্তি-পথ এই বৈচিত্ৰ্যময় পৃথিৱীত স্বকীয়া বিচিত্ৰতাৰে বিচিত্ৰ। সৃষ্টি পাতনিৰে পৰা কৰ্মমুখৰ এই জগতৰ কত উত্থান-পতন, ভঙা-গঢ়া, কত ৰূপান্তৰ সৃষ্টি হ'ব লাগিছে। সৌন্দৰ্য-পিয়াসী মানুহ-জীৱন মুহূৰ্তে মুহূৰ্তে নৱ সত্য নৱ ৰূপ অন্বেষী মানুহ-জীৱনে সীমাহীন কৰ্ম-প্ৰেৰণাৰে সৃষ্টিৰ শ্ৰেষ্ঠ অভিনেতা ৰূপে বিশ্ব-সৌন্দৰ্যত কত ৰূপান্তৰ আনিব লাগিছে। অপৰিতৃপ্ত মানৱ-আকাঙ্ক্ষাই পৃথিৱী এৰি অনন্ত সৌৰমণ্ডলৰ অজ্ঞাত গোপন ৰহস্য ভেদ কৰি আৱিষ্কাৰ কৰিছে—অখ্যাত অজ্ঞাত বিচিত্ৰ সীমাহীন সৌৰমণ্ডল। পৃথিৱীৰ দীপ্ত সূৰ্যতকৈও কোটি গুণ জ্যোতিৰ্ময় সৌৰ শক্তি অনন্ত নীহাৰিকাপুঞ্জৰ মাজত সীমাহীন সৌৰমণ্ডল। মানুহৰ অপৰিতৃপ্ত মানসৰ বিৰাম নাই। বিজ্ঞানৰ সিংহ-দুৱাৰ উদ্ঘাটিত কৰি মানুহ আজি মহাকাশচাৰী চন্দ্ৰলোকত বিচৰণকাৰী। বিশ্ব-প্ৰবাহৰ উদ্দাম প্ৰেৰণা উদ্দীপ্ত মানুহৰ উদ্দাম জীৱন-গতিৰো বিৰাম নাই।

এই বিশাল পৃথিবীতেই কত পৰিবৰ্তন, কত ৰূপান্তৰ, কত জাতি, সভ্যতা, কত সংস্কৃতিৰ উত্থান-পতন। বিনাশী কালৰ গৰ্ভত বিলীন হৈ গ'ল কিমান সোণালী যুৱজীৱ ৰূপছবি। তথাপি বিৰাম নাই, মানৱ-জীৱনৰ উদ্দাম গতিৰ বিৰাম নাই। বিশ্ব জগতত কৰ্ম-প্ৰবাহৰ সমাপ্তি নাই।

মানুহ-জীৱন মৰুভূমি, ই নিতিতে; বাসনা-প্ৰপীড়িত মানুহৰ প্ৰাণৰ ক্ষুধাৰ তৃপ্তি নাই, চিৰ অতৃপ্ত মানুহ-প্ৰাণৰ তৃপ্তি নাহে। অথচ তৃপ্তিৰ কাৰণে শান্তি-আনন্দৰ অন্বেষণত কৰ্মমুখৰ এই বিশ্ব-জগতৰ উদ্দাম কৰ্মপ্ৰেৰণাৰো সমাপ্তি নাই। মানুহ মনৰ অশান্ত বাসনাৰ জুই অহৰ্নিশে জ্বলিব লাগিছে, প্ৰতি মুহূৰ্তে অশান্ত মনক কৰি তুলিছে চঞ্চল। বাসনা সিদ্ধিৰ পথৰ অবিৰাম সংঘাতত মানুহৰ মনত জ্বলি উঠিছে আত্মজয়ৰ দুৰ্বাৰ কামনা। মনৰ দুৰ্বাৰ কামনাৰ প্ৰতিবন্ধকত সৃষ্টি হৈছে ঈৰ্ষা, হিংসা, ক্ৰোধ, সংঘৰ্ষ—শেষ ফল পতন। সীমিত মানুহৰ জীৱনৰ প্ৰতি মুহূৰ্তে শত সহস্ৰ ঘাত-প্ৰতিঘাত, আধি-ব্যাধি, বিচ্ছেদ-মিলন, অনাটন-দৰিদ্ৰতা ৰূপ দেহধৰ্মৰ তীব্ৰ হলাহলে মানুহৰ বাস্তৱ জীৱনত অশান্তিৰ দাবানল জ্বলাই আছে।

ক্ষুদ্ৰ সীমিত সুখাভিলাষী মানৱ-প্ৰাণ জীৱন-যুঁজত যুঁজি যুঁজি ভাগৰি পৰে, অস্থিৰ হৈ সংসাৰৰ অশান্তিৰ হাত সাৰিবলৈ লৰি যায় তীৰ্থ পথলৈ ক্ষন্তেকৰ শান্তি বিচাৰি। কোনোৱে সংসাৰ এৰি পৰ্বতে-কন্দৰে ভ্ৰমণ কৰি জীৱনৰ শান্তি অন্বেষণত ব্ৰতী হৈছে। কোনোৱে জপিয়াই পৰিছে কৰ্ম-সমুদ্ৰত নিজকে পাহৰিবলৈ। কোনোৱে দেশসেৱা, জনসেৱা কৰ্তব্যৰূপে সাৰোগত কৰি, জীৱনক কৰ্মব্যস্ততাৰে আবদ্ধ কৰি, জীৱনৰ ক্ষুদ্ৰ অশান্তিৰ হাহাকাৰৰপৰা অব্যাহতি পাবলৈ নিজৰ দীনতা-হীনতা বাহ্যিক ছদ্ম আৱৰণেৰে ঢাকি ৰাখি স্বস্তিৰ উশাহ লবলৈ কৰিছে অবিৰাম প্ৰয়াস।

মানুহ-জীৱন অশান্ত কৰ্ম-প্ৰবাহৰ সীমাহীন প্ৰেৰণা। এই

বিচিত্ৰ জগতত বিধাতাৰ অপূৰ্ব সৃষ্টি মানুহৰ আত্মাত এটি অশান্ত অপূৰ্ণতা লুকাই থাকে—মানুহৰ চেতন অৱচেতন মনৰ মাজত। মানুহ-জীৱনৰ উদ্দাম কৰ্মপ্ৰেৰণাৰ উৎস লুকাই থাকে মানুহৰ অৱচেতনাত। মনৰ অৱচেতন স্তৰত বিশ্বৰ বহু সত্য-তথ্যৰ প্ৰতিচ্ছবিৰে ওপচা ভঁড়াল ভৰি আছে। এই ভঁড়ালত সঞ্চিত হৈ থকা সম্পদবোৰৰ ছবি আৰু কৰ্মপ্ৰবাহৰ ঢৌৰ কঁপনিবোৰে মনত যোগায় উদ্দাম কৰ্মপ্ৰেৰণা। মানুহ অস্থিৰ হৈ উঠে এই প্ৰবাহৰ তাড়নাত। বিশ্বজগতত কৰ্মৰ সমাপ্তি বুলি কোনো কথা নাই। কৰ্মমুখৰ বিশ্বজগতত কৰ্মৰ সমাপ্তি ঘটিব নোৱাৰে। শৰীৰে কৰ্ম নকৰিলেও মন-মানস কৰ্ম-সমুদ্ৰত বুৰ গৈ থাকে, শৰীৰৰ অজ্ঞাতেও মনে কৰ্ম কৰে, মনে বিশ্ব-প্ৰবাহত কৰ্ম-তৰঙ্গৰ সৃষ্টি কৰি থাকে।

বিশ্বস্পন্দনেই কৰ্ম; স্পন্দনশীল প্ৰাণী জগতো স্পন্দনশীল, স্পন্দনেই সৃষ্টিৰ ধৰ্ম আৰু সৃষ্টিৰূপ। পৰ্বতৰ শিলনি ফালি উদ্দাম গতিৰে বৈ অহা নদীখনে যেনেকৈ হেজাৰ হেঙাৰ উঘালি, বৰ বৰ গছ খহাই, শিল খহাই, খাল বাম সমান কৰি সাগৰ উদ্দেশি বৈ যায় সাগৰত নদীত্ব বিলীন নোহোৱালৈকে, নদীয়ে সাগৰত নদীৰূপ হেৰুৱাই নেপেলোৱালৈকে নদী প্ৰবাহৰ বিৰাম নহয়, সেই দৰে শান্তি প্ৰয়াসী মানুহ-জীৱনৰ উদ্দাম অবাৰিত গতি-পথৰো বিৰাম নাই—যেতিয়ালৈকে শান্তি পিয়াসী মানৱ আত্মাই প্ৰকৃত পৰম শান্তি অন্বেষণ পথলৈ গতি নলয়। মানসৰ বিকাৰ তৰঙ্গৰ তাড়নাত অশান্ত মানসে শান্তিৰ বাট বিচাৰি নেপায়। অজ্ঞান মৰীচিকাই মানৱ মানসত বিকাৰ উৎপন্ন কৰে। মায়াবৃত মানৱ আত্মাই চিত্তৰ সমতা হেৰুৱায়। সমতাহীন চিত্ত চঞ্চল আৰু বহিৰ্মুখী হৈ পৰে। ইন্দ্ৰিয় বিকাৰসমূহে চিত্তক বশীভূত কৰি নিজ পথেৰে পৰিচালিত কৰে। বিকাৰ উৰ্মিত মানৱ সত্তাই নিজ স্বৰূপ পাহৰি সুখ-দুখৰ তৃষ্ণাত সহজে অভিভূত হৈ পৰিবলৈ বাধ্য হৈ বাসনাৰ দাসত্ব স্বীকাৰ কৰে। এনে অৱস্থাত সংসাৰৰ ত্ৰিতাপ

কৌট মানুহ-জীৱনে মন-মানসৰ ওপৰত দৃঢ়তা হেৰুৱায়, বিবেকৰ সজাগ ইঙ্গিত অনুভৱ কৰিব নোৱাৰা হৈ আত্ম-প্ৰতিষ্ঠাত শিথিল দুৰ্বল হৈ পৰে। আত্ম-প্ৰতিষ্ঠাহীন দুৰ্বল মানৱ মনে সংসাৰ সংঘাতত প্ৰতিপদে আঘাতৰ উপৰি আঘাত পাই পৰিত্ৰাণৰ বাট বিচাৰি হাবাথুৰি খায়।

সেইদিনা সংসাৰ সংঘাতত জুকলা মানৱ মানসে বিচাৰে জীৱনৰ পৰমা শান্তিৰ অনাবিল পথ। এই শান্তি পথৰ সন্ধান পাব লাগিলে শত পথেৰে ধাবিত চঞ্চল চিত্তক ক্ৰমে ক্ৰমে স্থিৰ কৰি অন্তৰ্মুখী কৰিবলৈ যত্ন কৰিব লাগিব। সংযত অন্তৰ্মুখী মানৱ চিত্ত শান্তিপথ-যাত্ৰাৰ অধিকাৰী। চিত্তকসংযম আয়ত্তাধীন কৰি তুলিবলৈ কৰা চেষ্টাই মানুহ জীৱনৰ প্ৰধান ধৰ্ম আৰু কৰ্ম। অভ্যাসৰ বলত চঞ্চল মনক ক্ৰমে ক্ৰমে অন্তৰ্মুখী কৰিব পৰা যায়। চঞ্চল মনক আয়ত্তাধীন কৰিব পাৰিলে মানুহে জীৱনৰ প্ৰকৃত মানৱত্ব অনুভৱ কৰিবলৈ শক্তি পায়। বিশ্ব-প্ৰকৃতিৰ লগত মানৱ-প্ৰকৃতিৰ চিৰন্তন সংযোগ আছে। বিশ্ব-প্ৰকৃতিৰ আবহমান গতি আনন্দময়। প্ৰকৃতি সদায় পূৰ্ণতাৰ পিনে ধাবমান। প্ৰকৃতিয়ে অপূৰ্ণতা সহ্য কৰিব নোৱাৰে। শ্ৰেষ্ঠজীৱ মানৱৰ আত্মাকো প্ৰকৃতিয়ে সদায় পূৰ্ণতাৰ পিনে নিব লাগিছে। প্ৰকৃতিৰ তিনিবিধ ক্ৰিয়া—যেনে জড়প্ৰকৃতি, বাহ্যপ্ৰকৃতি, অন্তঃপ্ৰকৃতি। জড় বা বাহ্যপ্ৰকৃতি জাগতিক বহিৰ্জগতৰ ক্ৰীড়াস্থান। মানৱ অন্তৰেই অন্তঃপ্ৰকৃতিৰ মূল ক্ৰীড়াস্থান। অন্তঃপ্ৰকৃতিয়ে মানুহক পূৰ্ণতাৰ পথলৈ বিপুল উদ্যমেৰে অবিৰামভাৱে প্ৰেৰণা যোগাব লাগিছে। প্ৰকৃতিয়ে বিচাৰে মানুহ পূৰ্ণ হওক। অজ্ঞানতাৰ অন্ধ দৃষ্টিয়ে মানুহক পথ-ভ্ৰান্ত কৰে। জাগ্ৰত বিবেকেই এই পৰম আনন্দ-পথৰ প্ৰদৰ্শক। জাগ্ৰত বিবেকৰ নিৰ্দেশমতে চিত্তৰ দৃঢ়তাৰে অশান্ত মনক শান্ত, স্থিৰ কৰি ক্ৰমে ক্ৰমে অন্তঃদৃষ্টি সম্পন্ন কৰিবলৈ যত্ন কৰিলে লাহে লাহে শান্তি পথৰ পোহৰ চকুৰ আগত জিলিকি

উঠিব। মনে ক্ৰমে ক্ৰমে বাসনাকো আয়ত্তাধীন কৰিবলৈ শক্তি লাভ কৰিব। চিত্তক আয়ত্তাধীন কৰি ক্ষুদ্ৰ অভিলাষী মনক বৃহৎ অভিলাষী কৰি তুলিব পৰাটোৱেই মানব-জীৱনৰ প্ৰধান কৰ্ত্তব্য আৰু উৎকৃষ্ট পথ। সংসাৰ-তিক্ত মন যি মুহূৰ্ত্ততে শান্তি-অন্বেষী আনন্দ-অন্বেষী হয়, সেই মুহূৰ্ত্তবোৰ স্থায়ী কৰিবলৈ আপ্ৰাণ চেষ্টা কৰা মানুহৰ শ্ৰেষ্ঠ কৰ্তব্য। আয়ত্তাধীন মনক মানব আত্মাত বা সত্তাত স্থিতি কৰিব পাৰিলেই জীৱনৰ আনন্দ আৰু শান্তিৰ সিংহদুৱাৰ মুকলি হৈ পৰিব। জীৱনৰ ক্ষুদ্ৰ বিকাৰ, ক্ষুদ্ৰ তৃষ্ণা আনন্দ স্বৰূপত বিলীন হৈ আনন্দপূৰ্ণ হৈ পৰিব। উদ্বুদ্ধ আত্মা-সূৰ্যৰ পোহৰত অশান্তি—অতৃপ্তিৰ অন্ধকাৰ নিমিষতে আঁতৰি গৈ জীৱনক আনন্দ-সাগৰত স্নাত কৰি আনন্দময় স্বৰূপ কৰিব। মানব সত্তাক অনন্ত পৰমানন্দ সত্তাত প্ৰতিষ্ঠিত কৰিবলৈ মহা বিশ্ব-প্ৰকৃতিৰ অক্লান্ত চেষ্টাৰ বিৰাম নাই। কাৰণ মানব-জীৱনৰ শেষ পৰিণতি পৰমানন্দ ভূমাৰ সন্ধান দি মনুষ্য জীৱনক পূৰ্ণ কৰি তোলাই প্ৰকৃতি-মাতৃৰ প্ৰধান কৰ্ত্তব্য। এই পূৰ্ণতাৰ পথলৈ আগ বঢ়াই নিওঁতে প্ৰকৃতিয়ে নানা পথেৰে শত ঘাত-প্ৰতিঘাতৰ মাজেৰে মানবাত্মাক আগুৱাই লৈ যায়। অচেতন মানব মনত চেতনাৰ সঞ্চাৰ কৰিবলৈ প্ৰকৃতিয়ে বাৰে বাৰে অবাঞ্ছনীয় আঘাতেৰে আঘাত কৰে—অৱচেতনত আত্মচেতন জাগ্ৰত কৰি তুলিবলৈ। এয়ে মহা বিশ্ব-প্ৰকৃতিৰ কৰ্ম। অশান্ত মানুহ-জীৱনে বিচাৰি ফুৰা জীৱনৰ পূৰ্ণ সমতা, শ্ৰেষ্ঠ পৰমাশান্তিৰ ধ্ৰুবপথ, শান্তি-পথৰ সন্ধান।

### *শান্তিৰ সন্ধানত :*

পৰমা শান্তিৰ ধ্ৰুবপথ ধৰি শান্তিপ্ৰয়াসী, আনন্দপ্ৰয়াসী মানুহ যুগ যুগান্তৰ ধৰি আগবাঢ়ি গৈ আছে, উদ্দেশ্য—সুখ-শান্তি, তৃপ্তি-আনন্দ লাভ। অনাদি সীমাহীন কৰ্ম-স্ৰোতত মানুহৰ

জীৱন গতিৰ স্ৰোত ধাবমান। বিশ্ব-প্ৰকৃতিৰ বৈচিত্ৰ্যময় ৰহস্য ভাৰতৰ মহান দৰ্শনে প্ৰতীয়মান কৰি থৈছে। এই জাগতিক দৃশ্যমান বাস্তব জগতখনৰ বাহিৰেও এখন অতীন্দ্ৰিয় সূক্ষ্মতম মনোময় জগতৰ সন্ধান ভাৰতীয় দৰ্শনসম্মত। চাক্ষুস জগতৰ আঁৰত সেইখন জগতৰ সূক্ষ্মতম বহু কৰ্মৰ ক্ৰিয়া কিছু পৰিমাণে আজিৰ উন্নত বিজ্ঞানেও প্ৰমাণ কৰি পৃথিবীক স্তম্ভিত কৰি তুলিবলৈ সমৰ্থ হৈছে। সূক্ষ্মতম মনোময় জগতৰ লগত বিশ্বৰ সকলো দৰ্শন আৰু বিজ্ঞান ওতপ্ৰোতভাৱে বিজড়িত। আজিৰ উন্নত বিজ্ঞানৰ প্ৰচেষ্টাই মানুহৰ চকুৰে ঢুকি নোপোৱা বহু সত্য আবিষ্কাৰ কৰিবলৈ সমৰ্থ হৈছে, যদিও অনাবিষ্কৃত বহু সত্য এতিয়াও অজানাৰ অন্ধকাৰত লুকাই আছে। যি সত্য তথ্যৰ সূক্ষ্মতম সন্ধান একমাত্ৰ ভাৰত-মনীষীসকলে ভাৰতীয় যোগদৰ্শন বিভাগত বহু হাজাৰ বছৰৰ আগতেই আবিষ্কাৰ কৰি পৃথিবীক অমৃত বাতৰি দি যাবলৈ সমৰ্থ হৈছিল—যি অমৃত বাতৰিৰ সম্ভেদ এটি উৰ্দ্ধগামী মনস্তত্বত ৰূপায়িত হোৱাৰ বাহিৰে প্ৰকাশৰ অন্য পথ এতিয়াও উদ্‌ঘাটিত হোৱা নাই। চিৰাচৰিত জীৱনৰ গতিৰে সেই তথ্যৰ সন্ধান পোৱা কঠিন। এইটি সুকঠিন যোগপথ। আনন্দ পিয়াসী, শান্তি পিয়াসী মানুহ জীৱনে জীৱনৰ এটি অপূৰ্ণ অশান্ত দিশৰ আকৰ্ষণ সদায় নিজৰ জ্ঞাত অজ্ঞাতসাৰে অনুভৱ কৰে। জীৱনৰ ভোগ, সুখ, ঐশ্বৰ্য্য, সম্পদ, সম্ভোগৰ পিচতো মানুহৰ অতৃপ্ত অশান্ত আত্মাই কিবা এটি বিচাৰি কোনো কোনো সময়ত বিমৰ্ষ বিয়াকুল হৈ পৰা দেখা যায়। মনৰ তাড়নাৰ বশবৰ্তী হৈ মানৱ-যাত্ৰীয়ে কিছুমান ক্ষণিক সুখদায়ক হীন আনন্দৰ পথ অৱলম্বন কৰি নিজক পাহৰাবলৈ যত্ন কৰা দেখা যায়। এই অদৃশ্য আনন্দ সংবাদৰ আকৰ্ষণ কি? জীৱন জোৰা অতৃপ্তিৰ তৃপ্তি কি? মানুহে সহজ জ্ঞানেৰে বুজিব নোৱাৰে। চিৰ শাশ্বত আনন্দময় জ্যোতিসত্তাৰ মানৱজীৱন একোটি ক্ষুদ্ৰ ফিৰিঙতি। কৰ্ম-প্ৰবাহত

আনন্দময় জ্যোতি-সত্তাৰপৰা বিচ্ছিন্ন হৈ পৰা মানৱ-সত্তাই ভূমাৰ নিবিড় আনন্দৰ মাজত নিজৰ ক্ষুদ্ৰ-সত্তাক বিলীন কৰি দিব নোৱাৰালৈকে বিশ্বৰ মানৱ চেষ্টাৰ বিশ্ৰাম নহয়, বিৰাম আহিব নোৱাৰে।

বৈদিক যুগৰ অতীতৰ মনীষীসকলে মানৱ জীৱনৰ শ্ৰেষ্ঠ আনন্দ-শান্তিৰ সন্ধানৰ বাট, মানব মানসৰ উৎকৰ্ষ সাধনাৰ সুন্দৰ পন্থা, সত্যময় দৰ্শনৰ সাধনা যোগে দেখুৱাই গৈছে—বিশ্বক এই অমৃতময় সন্ধান দিবলৈ বাৰে বাৰে আহ্বান কৰি গৈছে। বিধাতাৰ শ্ৰেষ্ঠ সৃষ্টি মানুহৰ শক্তি-প্ৰতিভাই কিদৰে অসাধ্য সাধন কৰিবলৈ সমৰ্থ হব পাৰে, সেই সত্য-তথ্যৰ সন্ধান দি গৈছে বিশ্ব-কল্যাণকামী ভাৰতৰ ঋষিসকলে। এই বাটৰ বাটকৰাসকলৰ শক্তিশালী মননক সাধনাৰে উদ্বুদ্ধ আৰু শক্তিশালী কৰি তোলাৰ সুন্দৰ নিয়ম-পদ্ধতি ঋষি নিৰ্দেশিত।

### *ইথাৰ জগৎ ঃ*

এই পৰিদৃশ্যমান জগৎখনৰ বাহিৰেও বহু কৰ্ম আৰু ক্ৰিয়াৰ স্পন্দনেৰে মহাবিশ্ব অনন্ত সৌৰমণ্ডল ৰূপায়িত আৰু মুখৰিত হৈ আছে। সেই স্পন্দনময় কৰ্মৰ প্ৰভাব, অনন্ত ভাৱজগতৰ সংস্পৰ্শ মানুহে এই জগততে অনুভৱ কৰিবলৈ সক্ষম হব পাৰে। বৈদ্যুতিক শক্তি আৰু স্পন্দনৰ ক্ৰিয়াৰ ওপৰতে মহাবিশ্ব মহাসৌৰমণ্ডল অৱস্থিত, এইটো বৈজ্ঞানিক সত্য। অবিনাশী মানুহৰ আত্মা বা সত্তাই বিনাশী দেহ নাশ হৈ যোৱাৰ পিচত একো একোটা জীৱনৰ সাধনা-প্ৰতিভাৰাশিক সমষ্টিৰূপে লৈ মহাবিশ্ব আলোড়িত কৰি ঘূৰি ফুৰে। বহু ঋষি, তপস্বী, সাধক, কবি, গায়ক, শিল্পীৰ জীৱনৰ অপূৰ্ণ অসমাপ্ত কৰ্মৰাশিৰ সীমাহীন বাসনা-স্পন্দনৰে বিশ্ব ৰূপায়িত। এই স্পন্দনসমূহৰ টো আহি জাগতিক বিশ্বৰ সচেতন মানৱ প্ৰাণত বহু জ্ঞান-বিজ্ঞানৰ কলাৰ তড়িৎময় স্পৰ্শদান কৰি

মানৱ মানসক ৰূপায়িত কৰি তুলিবলৈ কৰা প্ৰয়াস অবিৰামভাৱে চলিব লাগিছে। এনে তড়িৎ স্পৰ্শসমূহক গ্ৰহণ কৰিবপৰা শক্তি মানব মানসত সদায় সচেতন হৈ নাথাকে। এনে শুভ সঙ্কেত-বোৰক মানুহ জীৱনত 'শুভ মুহূৰ্ত' বোলা হয়। মহাবিশ্বৰপৰা অনন্ত ব্যোমমণ্ডলৰ তৰঙ্গায়িত স্পন্দনসমূহে বিশ্বৰ বহু অজানা সত্যৰ আনন্দময় স্পন্দন বহন কৰি লৈ আহে মানুহৰ সচেতন অন্তৰ দুৱাৰৰ কাষলৈ। অপ্ৰস্তুত অচেতন মানৱ মানসৰ বন্ধ হৃদয় দুৱাৰত আঘাত কৰি বাৰে বাৰে উলটি যায়, ব্যৰ্থ হৈ যায়—এই শুভ মুহূৰ্তবোৰে প্ৰবেশৰ পথ বিচাৰি নেপায়। জাগ্ৰত ধ্যানী, কবি, যোগী, দাৰ্শনিক, বৈজ্ঞানিক আৰু কলামোদী প্ৰাণৰ মাজত কোনো শুভ ক্ষণত প্ৰবেশ কৰাৰ সুযোগ বিচাৰি ফুৰে। শাস্ত্ৰৰ বাণীয়ে কৈছে—

"পূৰ্বজন্মাকৃতাবিদ্যা পূৰ্বজন্মাকৃতাজায়া অগ্ৰে ধাবতি ধাবতি"—সূক্ষ্মাত্মাৰ লগত পূৰ্ব জন্মৰ আৰ্জিত বিদ্যা আৰু জায়া লগৰীয়া হৈ ফুৰে মানবাত্মাৰ লগত স্পন্দিত সত্যময় ধ্বনিৰ শুভ সঙ্কেতসমূহ। প্ৰস্তুত সচেতন সত্তাই গ্ৰহণ কৰিবলৈ সক্ষম হয় এই বিদ্যুৎ স্পন্দনময় ধ্বনিৰ শক্তি। সৌভাগ্যশালী গ্ৰহণকাৰীজনৰ নিবিড় অন্তৰত সৃষ্টি হয় বিশ্বৰ অজ্ঞাত শক্তিৰ বৈদ্যুতিক সৃষ্টি-ক্ৰিয়া। মন হয় সৃজনধৰ্মী, চিন্তা হয় চিৰ সৌন্দৰ্যৰে ৰূপায়িত। মন-প্ৰাণ আনন্দ-ৰসত দ্ৰবীভূত হৈ পৰে। সৃজনধৰ্মীৰ বিজ্ঞানে মহা-বিশ্বৰ অনন্ত ব্যোম মণ্ডলৰ তড়িৎ ক্ৰীড়া আয়ত্ত কৰি, বিজ্ঞানৰ চূড়ান্ত সত্যৰ নিৰূপণ কৰি বিশ্বত প্ৰতিষ্ঠা লাভ কৰিছে; সেই তড়িৎ শক্তিৰ সংযোগে ৰেডিঅ', টেলিভিশ্যন আদি দূৰদৃষ্টি দূৰশ্ৰৱণ আকাশ ভ্ৰমণক সত্যত পৰিণত কৰি তুলিছে। কিন্তু বিজ্ঞানতকৈও সূক্ষ্মতম দৰ্শন, মানসৰ বিজ্ঞান আজিও অনাবিষ্কৃতহৈ আছে। মানস সাধনাৰ সহায়েৰেহে সূক্ষ্মাতিসূক্ষ্ম জগতত প্ৰবেশৰ অধিকাৰী হব পাৰে যত্নশীল মানুহে। মনস্তত্ত্ববিদ্ সকলে মনোময় জগতৰ

বহু সত্য উদ্ঘাটন কৰিছে যদিও সম্পূৰ্ণতা এতিয়াও বহু দূৰৈত। ভাৰতৰ মনস্তত্ত্ববিদ্ মনীষী মুনি সকলে তীব্ৰ মননৰ দ্বাৰাই বহু অসাধ্য সাধন, বহু অজ্ঞাত সত্যৰ আবিষ্কাৰৰ পথ দেখুৱাই গৈছে। মানুহৰ অন্তৰ-সত্তা এটা বেতাৰ যন্ত্ৰ স্বৰূপ, মনৰ উৎকৰ্ষ সাধনৰ পন্থাৰে মানুহ আত্মাক শক্তিশালী কৰি তুলিব পাৰিলে, অন্তৰ ক্ষেত্ৰ প্ৰস্তুত কৰি লব পাৰিলে সীমাহীন ব্ৰহ্মাণ্ডত ভাহি ফুৰা অনন্ত কল্লোলৰ সঙ্গীতময় ধ্বনিবোৰে মানুহ জীৱনৰ স্বপ্নাতীত সৌন্দৰ্য্যবোধ অপূৰ্ব ৰূপ-বৰ্ণালীৰ শোভাৰে জীৱনৰ ভঁড়াল ওপচাই লবলৈ সচেতন ধ্যানী সফলকাম হব পাৰে। এনে শুভ-মুহূৰ্তৰ সঙ্কেত-ধ্বনি যিসকল ভাগ্যবানে অনুভব কৰিব পাৰিছে সেই সকলৰ সৃষ্টিত সত্যৰ ছাঁ প্ৰতিফলিত হৈ পৰে। অদৃশ্য শুভ তৰঙ্গৰ সংযোগত জীৱন-প্ৰতিভা ৰূপায়িত হৈ সৃজন প্ৰেৰণাৰে অনুপ্ৰাণিত হৈ পৰে। সত্যৰ অনুভূতিময় প্ৰখৰ গ্ৰহণ শক্তি সতেজ সৃজনময় হৈ উঠাত সহায় কৰে; সৃজনী শক্তি বিকশিত হয়; মন আনন্দ-ৰসত অৱগাহন কৰি ধন্য হয়। মানুহ জীৱনৰ আত্ম-বিকাশৰ পন্থা দৰ্শনত নিহিত। প্ৰত্যেক মানুহকেই নিজৰ আত্মানুশীলন কৰি পৰম শান্তি আৰু আনন্দ লাভৰ অধিকাৰী কৰি বিধতাই সৃজন কৰিছে। আত্মস্থিত জীৱন চিৰ প্ৰশান্তিময়। আধ্যাত্মপথৰ সহায়ত স্থিৰ মনৰ অধিকাৰী মানৱ মানসেই চিৰ আনন্দত প্ৰতিষ্ঠিত শান্তিপথ যাত্ৰাৰ উপযোগী।

—ওঁম্ শান্তি—

# ভাৰতৰ অমৰ দান

ভাৰতৰ দান মৃত্যুঞ্জয়ী, যিদিনা প্ৰকৃত সৃষ্টিৰ প্ৰয়োজন হৈছিল সেইদিনা ভাৰতে আবিষ্কাৰ কৰিছিল সৃষ্টিৰ অভিনব আলোক পথ, সেই দিনা ভাৰতে অকুণ্ঠ কণ্ঠেৰে মৃত্যুবিজয়ী আলোক পথ দেখুৱাবলৈ বিশ্বক আহ্বান জনাইছিল। সকলো দ্বন্দ্ব, সকলো অসাম্য বিদূৰ কৰা সত্যৰ অমৰ ধ্বনি ভাৰত-কণ্ঠত ঝঙ্কাৰিত হৈ উঠিছিল। ভুবনমোহিনী বিশ্ব-প্ৰকৃতিক আত্ম-প্ৰকৃতিৰ সতে একে সূত্ৰত গ্ৰথিত কৰি সৃষ্টিৰ সুন্দৰতম্ বিকাশ সাধন কৰিব পাৰিলে একমাত্ৰ ভাৰতবৰ্ষই সেইদিনা ভাৰতৰ প্ৰাচীন আৰ্য্য-সত্যদ্ৰষ্টা ঋষিসকলে বিশ্বৰ তত্বসমূহ ধ্যানৰ দ্বাৰাই, তপস্যাৰ দ্বাৰাই আয়ত্ত কৰি জনকল্যাণৰ অৰ্থে জনসমাজত দান কৰিছিল। আৰ্য্য ঋষিসকলৰ বাণীসমূহ যুগে যুগে ধ্বনিত হৈ ভাৰতৰ সাধনা আৰু নীতিৰ দাপোণ স্বৰূপ হৈ আছে সৰ্ব ধৰ্ম সমন্বয়কাৰী ভাৰতবৰ্ষৰ অপূৰ্ব দান—ধৰ্মপথ, জ্ঞানপথ আধ্যাত্মিকতাৰ পথ। ঋষি-সন্তান-ৰূপে জ্ঞান আৰু দাৰ্শনিক তত্বৰ বীজ ভাৰতবাসীৰ শোণিতত প্ৰবাহমান।

***নিৰ্বৈৰ ভাৰত ঃ***

বৈৰীহীন ভাৰতৰ ভাবধাৰা নিৰ্বৈৰ, মানে ভাৰত শত্ৰুহীন। ভাৰতৰ ধৰ্মই কোনো কালে অন্য ধৰ্মক জয় কৰিবলৈ যোৱা নাই আঘাতেৰে লাভ কৰা আনন্দ ধৰ্ম ভাৰতৰ নহয়। ভাৰতবৰ্ষৰ জ্ঞান-মন্দিৰত সদায় শান্তি আৰু বিদ্বেষহীন মঙ্গল-মন্ত্ৰমাত্ৰ উচ্চাৰিত হৈ আহিছে । ভগবদ্‌গীতাত শ্ৰীকৃষ্ণই কৈছে—

"নিৰ্বৈৰ নিৰহঙ্কাৰ সম দুখ সুখ ক্ষমি" যিজন, সেই জনেই ভগবানৰ প্ৰিয়। ভাৰতৰ মূল আদৰ্শত উৎপত্তি হোৱা অমূল্য অমৰ এই গ্ৰন্থসমূহ বেদ-উপনিষদৰ বাণীয়ে বিশ্বপ্ৰেম, সহানুভূতি, ক্ষমা, করুণা, সাম্য আৰু বিশ্বমৈত্ৰীৰ বাণীৰে অনুৰঞ্জিত। ভাৰতৰ মহান বাণী—

"আত্মবৎ সৰ্বভূতেষু" (চাণক্য শতকম্)

অৰ্থাৎ, সৰ্বচেতন প্ৰাণীত আত্মবৎ—নিজৰ আত্মাৰ দৰে প্ৰত্যক্ষ কৰা। ভাৰতীয় নীতি-বচনত ভাৰত চৰিত্ৰৰ ভেটি বান্ধি দিবলৈ পণ্ডিতসকলে এনে কিছুমান নীতি-বচন বান্ধি দিছিল। যেনে—

মাতৃবৎ পৰদাৰেষু
পৰদ্ৰব্যেষু লোষ্ট্ৰবৎ
আত্মবৎ সৰ্বভূতেষু
যঃ পশ্যতি সঃ পণ্ডিতঃ।

পৰৰ স্ত্ৰীক মাতৃবৎ জ্ঞানে দৃষ্টি, পৰৰ বস্তু বা ধনক দলি-চপৰাৰ দৰে আৰু সৰ্বজীৱৰ প্ৰতি নিজৰ আত্মাৰ দৰে যি সকলে জ্ঞান কৰে সেই সকলেই পণ্ডিত। ভাৰতীয় চিন্তা-প্ৰবাহ শান্ত, ধীৰ, নিস্তব্ধ আৰু অজ্ঞাত শক্তিৰ ধাৰক; এই নীৰৱ শান্তি-প্ৰবাহৰ পিচত যি অজ্ঞাত প্ৰবল শক্তি বিদ্যমান সেই-প্ৰবাহ বিশ্বশক্তিৰ লগত বিজড়িত। সেই প্ৰবল শক্তি-প্ৰবাহৰ আকৰ্ষণেই বিশ্ব-জগতৰ সকলো শক্তিক নিয়ন্ত্ৰণ-পৰিচালিত কৰি আছে। যি সকলে অধ্যাত্মবিদ্যাৰ সহায়েৰে বিশ্বৰ মহান শক্তিৰ সাধনাত ব্ৰতী হয় সেই সকলেই নিৰ্ভীক স্পষ্ট কণ্ঠেৰে বিশ্ববাসীক আহ্বান কৰিবলৈ সমৰ্থ হয়। এনে এজন অধ্যাত্ম সাধক স্বামী বিবেকানন্দই আমেৰিকাৰ চিকাগো ধৰ্মসভাত দিয়া বক্তৃতাত কৈছিল—"ভাৰতৰ দিগ্বিজয় কাহিনীৰ মাজত মহান সম্ৰাট অশোকে যি ধৰ্ম আৰু আধ্যাত্মিকতাৰ দিগ্বিজয় কৰিলে সেই দিগ্বিজয় ভাৰত-ইতিহাসৰ

অভূতপূর্ব কাহিনী—ভাৰতে পুনৰ জগৎ জয় কৰিব লাগিব। ভাৰতৰ মহান সাধকসকলৰ মহতী স্বপ্নই ৰূপ লবলৈ যেন আগবাঢ়ি আহিছে।”

ভাৰতৰ উপনিষদৰ নিৰ্দেশত জগতৰ অখণ্ড ৰূপ প্ৰতিভাত; সেই অখণ্ড ৰূপ ভাৰতবাসীয়ে সাৰ্থক কৰি তুলিব লাগিব।

### *ভাৰতৰ আধ্যাত্মিকতা ঃ*

পৰমাত্মা শব্দৰ পৰাই আধ্যাত্মিকতা শব্দৰ উৎপন্ন হৈছে। আধ্যাত্মিকতা ভাৰতৰ জ্ঞান সাধনা। আত্মোপলব্ধি সত্য-অন্বেষণেই এই আধ্যাত্মিক পথ। ভাৰত-দৰ্শনৰ মতে এই আত্মা সৰ্বাত্মা, বিশ্বাত্মা। ঋষিপ্ৰণীত ভাৰতীয় উপনিষদৰ মতে এই আত্মা জগন্ময়, জগদাত্মা, সৰ্বভূতৰ অন্তৰাত্মা বিশ্বব্যাপী। ভগবান জগন্নাথ; জগৎ শব্দৰ পৰাই জগন্নাথ, জগৎ স্বৰূপ জগৎ শক্তিৰ আধাৰ-ৰূপে প্ৰতিভাত। আধ্যাত্মপথ প্ৰদৰ্শক ভাৰতৰ বেদ, বেদান্ত, উপনিষদৰ বৈদান্তিক বিশ্লেষণত সৃষ্টি সম্বন্ধে উল্লেখ পোৱা যায়। ‘বেদন’ শব্দৰ পৰাই বেদৰ উৎপত্তি। বেদন অৰ্থ অনুভূতি। প্ৰাচীন আৰ্য্য ঋষি-মনীষী সকলে ধ্যানৰ সহায়েৰে যি ‘বেদন’ বা অপূৰ্ব অনুভূতি লাভ কৰিছিল সেই অনুভূতি-সমূহেই বেদ নামেৰে অভিহিত। পৰমাৰ্থ পথৰ আধ্যাত্মিক সাধন-মাৰ্গত ধ্যান-যোগৰ সহায়ত সাধকৰ মনত ‘বোধি’ৰ আবিৰ্ভাব হয়। ‘বোধি’ৰ অৰ্থ ‘আত্মবোধ’। আত্মবোধ প্ৰতিষ্ঠিতজনৰ মানস ৰাজ্যত ‘বোধি’ প্ৰতিষ্ঠিত হৈ ‘বেদন’ বা অনুভূতি জগাই তোলে। এই ‘বেদন’ বা অনুভূতিসমূহ সত্যৰ ওপৰত প্ৰতিষ্ঠিত সত্যবাৰ্তা। এই অনুভূতিসমূহ, বিভিন্ন জনৰ অনুভূতি সমূহেই বেদ। এই বেদৰ সূক্ত ৰচয়িতা অকল পুৰুষেই নহয় বহুজন প্ৰাতঃস্মৰণীয়া ব্ৰহ্মবাদিনী মহিয়সী নাৰীৰ সাধন-লব্ধ ‘বেদন’ বা অনুভূতি এই বেদত সন্নিহিত হৈ আছে। সাধনমাৰ্গত লিঙ্গভেদ

নাই। বেদৰ মূল লক্ষ্য হ'ল পৰমাত্মা বা পৰমব্ৰহ্ম, বেদৰ অধ্যাত্ম বিদ্যাক ব্ৰহ্মবিদ্যা নামেৰে ঋষি সকলে উল্লেখ কৰিছে। বেদৰ মতে এই পৰমাত্মা বা ব্ৰহ্মৰ আদি সঙ্কল্প হ'ল—

"মই ব্ৰহ্ম এক। কিন্তু মই বহুতত ৰূপান্তৰিত হম।"

"সোকামায়ত বহুস্যাম্" (তৈত্তিৰীয় উপনিষদ)

এক ব্ৰহ্ম বা পৰমাত্মা বহুত হ'ল, তেওঁ নিজেই নিজক এই ৰূপ দিলে—

"তত্ব মানস স্বয়ং কুৰুত"—তেওঁৰেই সকলো হ'ল।

"স সৰ্ব্ব ভৱেৎ"—তেওঁ সৃষ্টি কৰি সৃষ্টিত প্ৰৱেশ কৰিলে।

"তৎসৃষ্টা তদেৱানু প্ৰাৱিশৎ"—সি কেনেকুৱা? প্ৰশ্ন হ'ল। উত্তৰ আহিল—

"অগ্নিৰ্যথৈকো ভুৱনং প্ৰৱিষ্টো ৰূপং ৰূপং প্ৰতিৰূপং বভুৱ
একস্তথা সৰ্ব্ব ভূতান্তৰাত্মা ৰূপং ৰূপং প্ৰতিৰূপং বহিশ্চ।"

অৰ্থ—এক অগ্নিয়ে যেনেকৈ ভুবনত প্ৰবিষ্টহৈ দাহ্য বস্তুৰ ৰূপানুযায়ী বহু ৰূপ ধাৰণ কৰিছে, সেইৰূপে ভূত মাত্ৰেই অন্তৰস্থ একে আত্মাৰ উপাধি অনুযায়ী বহুৰূপ হৈছে। এই যে সৰ্বব্যাপী পৰমাত্মাৰ বিশ্বৰূপ—এয়া মাত্ৰ সগুণ প্ৰকাশ, পৰমাত্মা বিশ্বানুগ বিশ্বাতিগ প্ৰপঞ্চাভিমানী হৈয়ো প্ৰপঞ্চৰ অতীত। সগুণ নিৰ্গুণ ব্ৰহ্মৰ ভিন্নতা নাই। পৰমব্ৰহ্মৰ নিৰ্গুণ স্বৰূপ অমেয়, অচিন্তনীয়, অচিন্ত্য, মন আৰু বাক্যৰ অতীত। এই নিৰ্গুণ ব্ৰহ্মই নিজ লীলাবলে ক্ৰিয়াযুক্ত হৈ জগৎলীলা সৃষ্টি কৰি প্ৰকাশিত কৰিছে। ভাৰতৰ আধ্যাত্মিক বেদান্ত জ্ঞান-বৈজ্ঞানিক সত্যৰ দৰে তত্ব-বুদ্ধি বিচাৰ যোগে প্ৰত্যক্ষ নহয়। সত্যদ্ৰষ্টা, মন্ত্ৰদ্ৰষ্টা প্ৰাচীন ঋষি-সকলে মানস সাধনাৰ বলত লাভ কৰা 'বোধি' বা আত্মবোধৰ প্ৰত্যয় স্বৰূপ যি প্ৰত্যক্ষ অনুভূতি লাভ কৰিছিল বা দেখিছিল তাকেই শিষ্যক প্ৰদান কৰিছিল। শিষ্যৰ আবেদন "যৎ পশ্যতি

তদবদ”—অৰ্থাৎ “যি নিজে দৰ্শন কৰিছে তাকেই কওক।” এই প্ৰশ্নৰ উত্তৰত তত্বদৰ্শী ঋষিকণ্ঠত ধ্বনিত হৈছিল উপনিষদৰ উদ্দাত্ত সুৰ—

“ৱেদাহমেতমজৰং পুৰাণং সৰ্বত্মানং সৰ্বগতং ৱিভূত্বাৎ।”

মই জানিছো—দৃঢ় কণ্ঠেৰে ঋষিয়ে কলে, এই আত্মা এওঁ অজৰ পুৰাতন সৰ্বাত্মা বিভূৰূপে সৰ্বত্ৰ *বিদ্যমান। এওঁ আনন্দৰূপে* প্ৰকাশমান—“আনন্দ ৰূপমমৃতং যদ্বিভাতি” এওঁ আনন্দৰূপে অমৃত ৰূপে প্ৰকাশমান। এই আনন্দৰূপৰ বৰ্ণনা প্ৰকাশৰ ভাষা নাই। এই পৰমানন্দ বিশ্বাত্মাৰ ভগবৎ সত্যৰ মধুৰ পৰশ মাত্ৰ উপলব্ধিৰ বস্তু। এই মহাসত্য একমাত্ৰ পৰমাৰ্থ সাধনৰ দ্বাৰাই লাভ কৰিব পাৰি। “নেহ নানাস্তিকিঞ্চনম্” সকলো এক আৰু সমস্ত ব্ৰহ্ম “সৰ্ব খল্বিদং ব্ৰহ্ম” মানবীয়তাৰ মহান তত্ব, সত্যৰ প্ৰত্যক্ষ দৰ্শন একত্ব বা বিবিধৎ একাত্মাবোধ। ‘ভূমাৰ’ সন্ধান মানবীয়তাৰ ওপৰত ভাৰতীয় শিক্ষা-সংস্কৃতি, সমাজ সংগঠন সেই দিনা একমাত্ৰ ভাৰতীয় ৱেদান্ত সত্যৰ ভেটিতে গঢ়ি উঠিছিল তত্বদৰ্শী ঋষিসকলৰ নিৰ্দেশ মতে। এই ৱেদান্ত বাণীৰ সাৰ মানি সত্য-তত্বৰ প্ৰেমৰ আকৰ্ষণেৰে বিশ্বমৈত্ৰীৰে অমৰত্ব ভাৰতে জগতক শিক্ষা দিবলৈ সমৰ্থ হৈছিল—সেইদিনা ভাৰতঋষিৰ ব্ৰহ্মানুভূতিয়ে সমগ্ৰ বিশ্ব-মানবক সামৰি লৈ বিভিন্ন পন্থাৰে মানবীয়তা বিকাশৰ সহজ দিক নিৰ্ণয় কৰি বিশ্ব-কল্যাণৰ সূচনা জগাই তুলিব পাৰিছিল।

### *আত্মপূৰ্ণতা ঃ*

আত্মপূৰ্ণতা শিক্ষা ভাৰতঋষিৰ অমৃত অৱদান। মানব জীৱনত আত্মপূৰ্ণতাৰ এৰাব নোৱাৰা প্ৰয়োজন। মানুহ এদিন পূৰ্ণাবস্থাত উপনীত হবই লাগিব। জীৱনক জানিবলৈ, সত্যক জানিবলৈ মানবীয় জীৱনৰ যি প্ৰচেষ্টা-প্ৰসাৰী দৃষ্টি সেই দৃষ্টি স্বজ্ঞাৰ পৰা উৎপন্ন হয়, যাক স্বজ্ঞা বা স্বয়ং জ্ঞাত জ্ঞান বোলা হয়। জ্ঞান

অনুশীলনৰ দ্বাৰাই প্ৰজ্ঞা উৎপন্ন হয়, এই প্ৰজ্ঞা বা প্ৰকৃষ্ট জ্ঞান লাভ কৰা জনে স্বজ্ঞাৰ চিনাকি পোৱা সহজ হয়।

প্ৰজ্ঞাপূৰ্ণ মানসত স্বজ্ঞা প্ৰকাশিতহৈ আলোকৰ পথ মুক্ত কৰি দিয়ে। স্বজ্ঞা-পূৰ্ণ মানস উন্নত স্তৰত অৱস্থান কৰিবলৈ সমৰ্থ হয়। জীৱন উপলব্ধিৰ পৰা বুদ্ধি, অনুভূতি, কল্পনা, স্পৃহা আদি উদ্ভৱ হয়। উপলব্ধিৰ অনুভূতি অধ্যাত্ম জীৱনৰ আৰম্ভণি। মানুহ আত্মপূৰ্ণতাত উপনীত হবলৈ লাগে—জীৱনৰ পবিত্ৰ আদৰ্শ যাপনৰ সঙ্কল্প। আদৰ্শ সঙ্কল্পই মানৱ যাত্ৰীক সত্য পথৰ সন্ধান দিয়ে। কোনো বুদ্ধি বা কৌশলে মানুহৰ জীৱনত কোনো অভিনৱত্বৰ সন্ধান দিব নোৱাৰে। চিত্ত শুদ্ধতাৰ প্ৰচেষ্টাই এই জীৱনৰ আৰম্ভণি। মানুহে এই সংসাৰৰ যাবতীয় কৰ্ম সাধন কৰি, সংসাৰত কৰ্তব্য পালন কৰি যাবতীয় ভোগ, সুখ, উপভোগ কৰিও মানুহ-জীৱনৰ চিৰকাম্য অভিনৱ জীৱনৰ অধিকাৰী হ'ব পৰা পথ মুক্ত কৰি থৈছে উপনিষদে। অন্তৰৰ মলিন—কুটিলতা আঁতৰাই, নিজৰ হীনস্বাৰ্থক সৰ্বাগ্ৰ অধিকাৰ নিদিয়াকৈ, ভগৱৎ প্ৰেৰিত কৰ্মীৰূপে সংসাৰৰ সমাজৰ যাবতীয় কৰ্ম-নিৰ্লিপ্ত অকপট অন্তৰে, প্ৰতি ক্ষেত্ৰতে বিবেকৰ নিৰ্দেশ পালন কৰি পাৰ্যমানে পৰহিতকামী হবলৈ যত্নবান হৈ, কৰ্তব্য পালন কৰি গলে ক্ৰমশঃ সৎকৰ্তব্যপৰায়ণজনে অন্তৰত এটি মহতী শক্তিৰ প্ৰেৰণা অনুভৱ কৰিবলৈ সমৰ্থ হয়। অন্তৰৰ নিভৃত কোণত স্বজ্ঞা-জ্যোতিৰ প্ৰভা অনুভৱ কৰিবলৈ সমৰ্থ হ'ব পাৰে। এই পুণ্যভূমি ভাৰতবৰ্ষত আমি বহুজন ৰাজৰ্ষিৰ দৰ্শন পাইছো যি সকল ৰাজৰ্ষিয়ে নিজ ৰাজ্য শাসন কৰি, ৰাজসুখ ভোগ কৰি ৰাজ্যৰ কৰ্তব্য, সংসাৰৰ কৰ্তব্য পালন কৰিও নিজ অন্তৰ স্বজ্ঞা জ্যোতিৰে উদ্ভাষিত কৰি বহুজন তপস্বী যোগীকো অধ্যাত্মজ্ঞান শিক্ষা দিয়াৰ ইতিবৃত্ত আমি পাওঁ। অতীত ভাৰতৰ ৰাজৰ্ষি জনক, যাজ্ঞ্যবল্ক, অজাতশত্ৰু আদি গৃহী-মহৰ্ষি-ৰাজৰ্ষি সকলৰ আদৰ্শ

কাহিনী এৰিও এই ভাৰততে আমি দেখিছো মহান মানবীয়তাৰ অধিকাৰী শ্ৰীমন্ত শঙ্কৰদেৱক। এই যুগতে পাইছো মহাত্মা গান্ধীৰ অধ্যাত্ম জীৱনৰ সত্য-শক্তিৰ পৰিচয়। এতিয়াও পাই আছো পৰম দাৰ্শনিক ভাৰতৰ ভূতপূৰ্ব ৰাষ্ট্ৰপতি সৰ্বপল্লী ৰাধাকৃষ্ণণক, যিজনে বিশাল ভাৰত-শাসনৰ সুবৰ্ণ সিংহাসনত বহি উন্মুক্ত সাধনাময় জ্ঞান-পথৰ আদৰ্শ, জীৱনৰ চানেকি আমাক দেখুৱাইছে ; যিজনৰ বিশাল ভাৰত শাসনভাৰ পৰিচালনাৰ মাজতো অবিশ্ৰান্ত কলম নিজৰি নিজৰি ভাৰতৰ অধ্যাত্মবাদৰ অমৰ সত্য পথৰ নিৰ্দেশৰ পোহৰ লৈ বহু গ্ৰন্থ সৃষ্টি হৱ লাগিছে। আমাৰ ওপজা ঠাই অসমী আইৰ নিৰল নিজান কোণত আন এজন আত্ম-সমাধিস্থ জ্ঞান-সাধকে নিজক জগতৰ চকুৰ আঁৰত লুকুৱাই নীৰৱে নীৰলে অমৃত—সাধনাত নিজক সমাধিস্থ কৰি আছে, তেওঁৰ অজ্ঞাতসাৰে জ্ঞান-অৱদানেৰে সাহিত্য-অমৃত, পৃথিবীৰ ভঁড়াল উপচি পৰিব লাগিছে। এনে ৰাজৰ্ষি সকলৰেই স্বজ্ঞা প্ৰাপ্তিৰ উদাহৰণ পোৱা যায়। অদূৰ ভবিষ্যতত ওপৰত উল্লিখিত অসমৰ জ্ঞান-ঋষি কৃষ্ণকান্ত সন্দিকৈ দেৱৰ সাধনাৰ পৰিচয় বিশ্বই পাবলৈ বৈ আছে। পৱিত্ৰ জীৱন যাপনকাৰী এনে জ্ঞান-সাধকসকলৰ সত্যত প্ৰতিষ্ঠিত চিন্তা-তৰঙ্গৰাশিয়েই বিশ্বৰ কল্যাণময় ধাৰক যন্ত্ৰ, ঋষি প্ৰভাবেৰে প্ৰভাবিত ভাৰতবৰ্ষৰ স্নায়ুকেন্দ্ৰ। আজিৰ যুগ-ধৰ্মত সংসাৰ ত্যাগৰ, সন্ন্যাসৰ প্ৰয়োজন নাই। ক্ষুদ্ৰ সুখ স্পৃহাশীল আজিৰ জগতে আগৰ প্ৰাচীন পন্থা অনুসৰণ কৰা কঠিন। এনে পন্থা সৰ্বসাধাৰণে গ্ৰহণ কৰিব পৰা পন্থা নহয়। ভাৰতবাণী উপনিষদে বহু অভিনব পথ আবিষ্কাৰ কৰি থৈছে। কথাতেই আছে—"যি নাই ভাৰতত, সি নাই জগতত।" এই ভাৰততে বিচাৰিলে ধৰ্ম, অৰ্থ, কাম, মোক্ষ সকলো পোৱা যায়। আজিৰ উন্নত বিজ্ঞানৰ যুগত মানুহে বিজ্ঞানৰ সকলো সা-সুবিধা ভোগ কৰি জাগতিক জীৱন যাপন কৰি সুখী হৈছে সঁচা, কিন্তু

মানুহৰ অন্তৰ পৰশ কৰি প্ৰকৃত মনুষ্যত্ব লাভৰ সন্ধান দিব পৰা নাই।

মনুষ্যত্ব লাভৰ মাজতেই মানুহৰ প্ৰাণৰ প্ৰকৃত শান্তি নিহিত। শান্তিময় উদ্বেগবিহীন প্ৰশান্তিয়ে উপচি পৰা আনন্দময় জীৱনৰ উত্তৰাধিকাৰী মানুহ। উত্তৰাধিকাৰী সূত্ৰে ভাৰতৰ অধ্যাত্ম জগতৰ ঐশ্বৰ্যৰ অধিকাৰী হবলৈ প্ৰত্যেকজন ভাৰতবাসীয়েই যত্নশীল হব লাগিব। নাৰী-পুৰুষ, বৃদ্ধ, যুৱক-যুৱতী, কিশোৰ-কিশোৰী সকলোৱেই এই ভাৰতৰ পৰম সম্পদৰ সন্ধান পাব লাগিব। এই পথ হব ভাৰতৰ আনন্দময় জীৱনৰ প্ৰথম পদক্ষেপ। এই পদক্ষেপত কোনো জাতি, ধৰ্ম, স্থান, কাল, পাত্ৰৰ উচ্চ-নীচৰ ব্যৱধান বিদ্বেষ নাথাকিব। এই দীক্ষাত মাত্ৰ তিনিটা স্তৰ থাকিব। থাকিব মন উন্নয়নৰ শিক্ষা স্তৰ—যেনে, মানস, অতিমানস আৰু আনন্দ মানস। এই সহজ সৰল দুখহীন, শ্ৰমহীন সুন্দৰজীৱন লাভৰ বাট আবহমান কালৰেপৰা ভাৰত-দৰ্শনত প্ৰশস্ত হৈ আছে। ভাৰতৰ প্ৰাচ্য দৰ্শন-উপনিষদে বাৰে বাৰে উদাত্ত কণ্ঠেৰে বিশ্ব-মানব যাত্ৰীক আহ্বান কৰিব লাগিছে।

অনাদি যুগৰ আদি প্ৰভাতত জ্ঞান-সূৰ্যৰ অৰুণ-দীপ্তিত দীপ্তিমান ঋষিকণ্ঠত ধ্বনিত হৈ বাৰে বাৰে আহ্বান কৰিছিল বিশ্ব-জগতক জ্ঞানৰ অমৃত পান কৰিবলৈ—

শৃণ্বন্তু বিশ্বে অমৃতস্য পুত্ৰাঃ।

আহাঁ আহাঁ, মৃত্যু-বিজয়ী মানব-যাত্ৰী আহাঁ! অমৃতৰ বাতৰি শুনাহি। গ্ৰহণ কৰাহি মৰণ জয় কৰা অমৃতৰ পথ! এই অমৃতৰ পথে আনি দিব মানব যাত্ৰীক আত্মপূৰ্ণতা। আত্মপূৰ্ণতা অৰ্থে পূৰ্ণ মানুহ-জীৱনৰ সংবাদ। মানুহ-জীৱন পূৰ্ণতাত অধিষ্ঠিত হলে কোনো দুখ, গ্লানি, হতাশা, অনুশোচনাই মনক পীড়িত কৰি তুলিব নোৱাৰিব। মন আনন্দ ৰস-সমুদ্ৰত অৱগাহন কৰি তৃপ্ত, উল্লাসিত, দ্বিধাহীন, উদ্বেগবিহীন হৈ পৰম প্ৰশান্তি অনুভৱ কৰিবলৈ

সমৰ্থ হব। অন্তৰ বাহিৰ স্বজ্ঞা-জ্যোতিৰে উদ্ভাসিত হৈ মনৰ শান্তি, দেহৰ কান্তি উজ্বল কৰি তুলিব, তেতিয়াই বুজিব লাগিব মানুহ আত্মপূৰ্ণতাৰ পিনে অগ্ৰসৰ হৈছে।

*মনস্তত্ত্ব ঃ*

ভাৰতবৰ্ষৰ মনস্তত্ত্বৰ ওপৰত ভেটি কৰি পাশ্চাত্য পণ্ডিতসকলে মনস্তত্ত্বৰ বহল অনুশীলন কৰি মনস্তত্ত্ববাদ সৃষ্টি কৰিছে। প্ৰথমেই জাৰ্মান পণ্ডিত মেক্সমূলাৰে ভাৰতীয় সংস্কৃত দৰ্শন-শাস্ত্ৰসমূহ জাৰ্মানলৈ লৈ গৈ ভাৰতীয় অধ্যাত্মবাদৰেই সংস্কৰণ স্বৰূপ আজিৰ দৰ্শন পাঠ্যৰ ভেটি গঢ়ি তোলে। ভাৰতীয় দৰ্শনৰ মাজতে ভাৰতীয় মনস্তত্ত্ববাদৰো এটা দিশ আছে। পাশ্চাত্য মনীষীসকলে ভাৰতীয় মনস্তত্ত্ববাদকে মূল কৰি আজিৰ পাঠ্য বিষয়ত খাপ খুৱাই যি মনস্তত্ত্ববাদ উদ্ভাবন কৰিছে সেই মনস্তত্ত্ববাদৰ গভীৰ মূল-তত্ত্বসমূহ আজিও অনাবিষ্কৃত হৈ আছে। এই মনস্তত্ত্ব বা মানসিক ক্ৰিয়াৰ বিচিত্ৰ বিকাশপূৰ্ণ দাৰ্শনিক দিশ বহু পৰিমাণে অনুশীলনৰ প্ৰয়োজন। বৈদান্তিক তথ্যত মানৱ মানসৰ ক্ৰিয়া বা মনস্তত্ত্বৰ বিকাশ বহু ৰকমে প্ৰতিফলিত হয়। ভাৰতৰ মনস্তত্ত্ববাদ অধ্যাত্মবাদত বিজড়িত।

*চৈতন্যবোধ ঃ*

মানুহে এক নতুন চৈতন্যবোধ আয়ত্ত কৰিবলৈ হলে আধ্যাত্মিক পন্থাৰে মনক বিকাশ কৰাৰ প্ৰয়োজন। মানুহৰ মন দুবিধ স্তৰত অৱস্থিত, এবিধ চেতন আনবিধ অৱচেতন। চেতন মনৰ ক্ৰিয়া প্ৰকাশশীল; অৱচেতন মন গোপন ক্ৰিয়াশীল। মনৰ অজ্ঞাতসাৰে অৱচেতন মনে গোপনে সন্তৰ্পণে বহু কৰ্ম সাধন কৰে। এই অৱচেতন মনক আধ্যাত্মিক শক্তিৰ ক্ৰিয়াৰে শক্তিশালী কৰিব পৰা যায়। অৱচেতন মন শক্তিশালা হলে চেতন মন কেতিয়াবা

ক্রিয়াহীন বা স্তম্ভিত হৈ পৰে। এনে অৱস্থাত অৱচেতন মনত বিশ্ব-ব্রহ্মাণ্ডৰ বহু আবিষ্কৃত অনাবিষ্কৃত তত্ত্ব আৰু তথ্য সত্য সৌন্দর্যৰ প্রতিচ্ছবি প্রতিভাত হৈ পৰে। মানব মানসৰ এই স্তবক উন্নত স্তৰ বোলা হয়। এনে স্তৰত উপনীত হ্বলৈ বহু পথ আছে। এই পথৰ আৰম্ভণি স্থিৰ মন আৰু চিত্ত-শুদ্ধতা। অধ্যাত্ম পথ ভাৰত-দর্শনৰ অমৃত পথ। এই অমৃত পথ অৱলম্বন কৰি অনাদি কালৰে পৰা সত্যানুসন্ধানী মানব যাত্রী যুগে যুগে অগ্রসৰ হৈ আছে। অমৃত যাত্রা পথেই মানব জীৱনৰ পূর্ণতাৰ ধ্রুবপথ। এনে ধ্রুবপথ যাত্রীয়ে স্ব-বিজ্ঞাত স্বজ্ঞাৰ ক্রিয়া নিজ অন্তৰত অনুভব কৰিবলৈ সমর্থ হয়। এয়া ভাৰত উপনিষদৰ অমৃতময় ধ্রুবপথ, অনাদি কালৰে পৰা মানব যাত্রীলৈ নির্দেশ কৰা আছে। এই পথেই ভাৰত দর্শনৰ বিশিষ্ট বিজ্ঞান। ঋষি-সকলে এই সত্যকেই বিজ্ঞান বুলিছে—অধ্যাত্ম বিজ্ঞান।

"সত্য ঋতং বৃহৎ।"

এই বিজ্ঞানতেই সত্যৰ প্রকাশ। মানুহৰ স্বাভাবিক মনৰ অৱস্থা স্থূল জাগতিক হলেও মানুহ বিশ্বজ্ঞানৰ দুর্লভ প্রতিভাৰ অধিকাৰী। মানব যাত্রীয়ে ঋষি নির্দেশিত এই চিৰন্তন ধ্রুব পথেৰে স্থূল জাগতিক মানস ৰাজ্যৰ পৰা মন-মানস বা অতীন্দ্রিয় মানস ৰাজ্যলৈ গতি কৰি জীৱনৰ চৰম উৎকর্ষ সাধনাৰ আনন্দময় পৰমা শান্তিৰ অধিকাৰী হ্ব পাৰে। মনৰ-প্রাণৰ-জ্ঞানৰ সকলো কর্ম ভোগ, সুখ বিলাস, সকলো সম্ভোগ কৰি, জীৱনৰ যাবতীয় কর্ত্তব্য পালন কৰি জীৱনক অভিনৱত্বলৈ ৰূপান্তৰিত কৰিব পৰা পন্থা মানুহলৈ আছে। এই দেৱ-দুর্লভ মানব জন্মক সার্থক কৰি অমৃত-সন্তান কৰি সৌন্দর্যপূর্ণ আনন্দময় শান্তিময় অৱস্থানলৈ ৰূপান্তৰিত কৰা প্রতিভাৰ অধিকাৰী মানুহ বিধাতাৰ শ্রেষ্ঠ সৃষ্টি। চিৰন্তন ধ্রুবপথৰ নির্দেশনা বিশ্বমানব যাত্রীলৈ ভাৰতৰ অমৰ দান।

# ভাৰতীয় সাধনাত সুকুমাৰ কলা

সুকুমাৰ কলা মানুহ-মনৰ সূক্ষ্মতম সৌন্দৰ্যৰ প্ৰকাশ। মানুহৰ মন দুটা স্তৰ বা বিভাগত অৱস্থিত; এটি স্থূল আনটি সূক্ষ্ম। মানুহ যি সময়ত স্থূল প্ৰভাব পাহৰি সূক্ষ্মতম সৌন্দৰ্য্য বোধত আপ্লুত হৈ পৰে, মনে সৌন্দৰ্য সৃষ্টিৰ প্ৰেৰণা অনুভৱ কৰে, সৌন্দৰ্য-পিয়াসী মানুহ মন সৃষ্টিৰ বিচিত্ৰ ৰঙত ৰূপ লবলৈ বিচাৰে, সেই শুভ সন্ধিক্ষণবোৰ মানুহ-জীৱনৰ দুৰ্লভ ক্ষণ-ৰূপে ধৰা দিয়েহি। কলা মানুহ-মনৰ এটি ক্ষুধা বিশেষ। কলা সম্পদী মনৰ অধিকাৰী মানুহ সততে সৌন্দৰ্য অনুভূতিত আপ্লুত হৈ পৰা দেখা যায়। মানুহৰ কলাৰস গ্ৰহণকাৰী মনটোৱেই কলাৰস পানৰ অধিকাৰী। এই মৰুময় পৃথিবীত সুকুমাৰ সৌন্দৰ্যময় কলা বা Artয়েই পৃথিবীক সুখৰ ঠাই, আনন্দৰ স্বৰ্গ-ৰাজ্যত পৰিণত কৰিছে। মানুহৰ অনুভূতিশীল উৰ্বৰ মস্তিষ্কই বিশ্বৰ সৌন্দৰ্য মাধুৰী আহৰণকাৰী, প্ৰেৰণকাৰী আৰু প্ৰকাশকাৰী। বিশ্বৰ সকলো সৌন্দৰ্যৰ দিশেই কলাৰে উদ্ভাসিত। মানুহ মননৰ কলা বিভাগে বিশ্বৰ সৰ্বসৌন্দৰ্যত মনৰ সচেতন সৌন্দৰ্য বুলাই সৃষ্টিত নতুনত্বৰ বোল সানে। মনোময় জগত কলাৰ সৌন্দৰ্যৰেই ৰূপায়িত--সৌন্দৰ্যময়। বিধাতাৰ শ্ৰেষ্ঠসৃষ্টি মানুহৰ কাৰণেই যেন বিশ্বত কলাৰ প্ৰকাশ, মানুহৰ কাৰণেই যেন বিশ্ব সৌন্দৰ্যত উন্নততৰ কলাৰ সিংহদুৱাৰ মুকলি কৰি ৰাখিছে বিশ্বস্ৰষ্টাই। সৌন্দৰ্য-ময়ী মহাবিশ্ব প্ৰকৃতিৰ বিশাল প্ৰবাহৰ মাজত কলাৰ প্ৰক্ৰিয়া স্পষ্টতৰ। কোনো অদৃশ্য কলাকাৰৰ সুনিয়ন্ত্ৰিত কলা-কৌশলৰ ওপৰত প্ৰতিষ্ঠিত এই মহাবিশ্ব অনন্ত সীমাহীন সৌৰমণ্ডল।

সুন্দৰ পৃথিবীৰ অন্তর্নিহিত নিপুণ-কৌশল অনন্ত নীহাৰিকাৰ অন্তর্নিহিত সীমাহীন ব্ৰহ্মাণ্ডৰ অদৃশ্য অমেয় সৌন্দৰ্যত মানুহ-মন বিস্ময়ত, আনন্দত অভিভূত।

মানুহ-জীৱন বিধাতাৰ অপূর্ব কলা-কৌশলৰ এটি সামগ্ৰী; মনৰ সহজ কলাবোধ প্ৰকাশ পায় মনৰ স্বভাব ইঙ্গিতৰ মাধ্য-মেৰে। সৌন্দর্য-মুগ্ধ মানবদৃষ্টিত ধৰা পৰে আনন্দ উজ্জ্বল কলা-মোদী মনৰ বাতৰি। চকুৱে সৌন্দর্য গ্ৰহণ কৰাৰ লগে লগে মানস-ৰাজ্যত কলাৰ ক্ৰিয়া আৰম্ভ হয়। সৌন্দর্য পিয়াসী চকুৰ পথেৰে অন্তৰ পথত কলা প্ৰবেশ কৰি মানব অন্তৰত সৃষ্টিৰ সঁজুলি গোটাবলৈ আৰম্ভ কৰে। সৌন্দর্য অন্বেষী মনে, সৌন্দর্য পিয়াসী চকুৱে কলাৰ সৌন্দর্য অন্বেষণত উৎসুক হৈ উঠে। কলাৰ পৰশত সৃজনশীল মনত নানা সৌন্দর্য ৰূপায়িত হৈ ৰূপ পাবলৈ বিচাৰে। মানুহ-মনৰ কলা এটি স্বতঃস্ফুৰিত ক্ষুধাৰূপে ৰূপ-ৰস-গন্ধ-স্পৰ্শৰে আমোদিত, পৃথিবীত ৰসগ্ৰাহী মানব মনটোৱেই কলা অমৃত পানৰ অধিকাৰী। কলা ৰূপ স্বকুমাৰ দিশেই পৃথিবীৰ স্বৰ্গৰাজ্যৰ পাতনি মেলে। মানুহৰ উৰ্বৰ মস্তিষ্ক আৰু অনুভূতিশীল মনেই বিশ্বৰ সৌন্দর্য-মাধুর্য আহৰণকাৰী, প্ৰেৰণকাৰী আৰু প্ৰকাশকাৰী। বিধতাৰ অভিনৱ সৃষ্টি মানুহ-জীৱনটোৱেই কলাময়। মানুহৰ চিন্তা-ভাবনা, চলন-ফুৰণ বিকাশৰ প্ৰত্যেকটি দিশতে কলাৰ স্ফুৰণ পৰিলক্ষিত। তৃপ্তি, ৰুচি, আকাঙ্ক্ষা প্ৰত্যেকটি মানসিক বৃত্তিৰ মাধ্যমেৰে কলা বিকশিত হৈ উঠে মনৰ মাজত।

বিশ্বৰ সীমাহীন সৌন্দর্যৰ মাজত কলা সৌন্দর্যৰে 'প্ৰকৃতি শুৱনী। প্ৰকৃতিৰ প্ৰত্যেকটি ৰূপত কলাৰ বিকাশ, বিশ্বস্ৰষ্টাৰ সুশৃঙ্খল সুমার্জিত বিধানৰ সুন্দৰ প্ৰকাশত কলা বিকশিত। মানুহ মনবো সহজাত কলা ধৰ্মই আত্মপ্ৰকাশৰ বাট বিচাৰি বহিঃ প্ৰকাশলৈ গতি কৰে। অন্তৰ গুহাত গোপনে বাসকৰা কলা প্ৰকাশক শিল্পীজনে জীৱনৰ বিভিন্ন সুযুপ্ত দিশক ৰূপায়িত কৰি

বাহিৰত প্ৰকাশ কৰিবলৈ অহৰহ যত্নশীল হোৱাৰ ফলত অন্তৰ-ৰূপে বাহিৰ প্ৰকাশৰ বাট বিচাৰি লয়। এই গোপন শিল্পীজনৰ অনুপ্ৰেৰণাতে এদিন গুহাবাসী উলঙ্গমানুহৰ মনত জাগিছিল কলা বিকাশৰ স্পৃহা, মনৰ আবেগৰ তাড়নাত অজ্ঞগুহাবাসী মানুহে সেই দিনা বাঁহৰ আগলি কাটি বিন্ধাদি সুৰৰ সৃষ্টি কৰিছিল, শিলৰে শিলৰ বুকুত প্ৰকৃতিৰ চিত্ৰ আঁকিবলৈ যত্ন কৰিছিল।

বনৰীয়া জন্তু মাৰি জুইত পুৰি খাই আনন্দত কিৰিলি পাৰি জুইৰ কেউকাষে ঘূৰি ঘূৰি নৃত্য কৰিছিল উদণ্ড হৈ। কলাৰ প্ৰেৰণাই বৰ্বৰ যুগৰ বন্য মানুহকো মতলীয়া কৰি তুলিছিল। অনভিজ্ঞ পশুসদৃশ মানুহ-আত্মাত কলাৰ স্পন্দনত কিবা এটি অবুজ আনন্দৰ কঁপনি ক্ৰমশঃ অগ্ৰসৰ হৈ গতি কৰিলে যুগ-সভ্যতাৰ প্ৰগতি-পথ বিচাৰি। সিহঁতৰ সহজাত আহাৰ, বিহাৰ, মৈথুনৰ তৃপ্তিৰ উপৰিও মানুহ-আত্মাৰ কলাৰ ক্ষুধা ফুটি উঠিছিল সিহঁতৰ জীৱনৰ দৈনন্দিন কৰ্মপদ্ধতিৰ মাজেৰে। মনৰ মাজৰ কলাৰ সূক্ষ্মতম কোমল কঁপনিয়ে বৰ্বৰ জীৱনৰ কৰ্মৰ মাজেৰে মানুহ আত্মাৰ চিৰন্তন ক্ষুধাৰ পাতনি মেলিছিল কলাৰ অজ্ঞাত প্ৰেৰণাত। সেই বৰ্বৰ আদিম যুগ এৰি মানুহ আজি বহু বহু যুগ আগবাঢ়ি আহিল জ্ঞান-বিজ্ঞান, কলা-সৌন্দৰ্যৰ পদুম ফুলোৱা বাটলৈ।

সভ্যতাৰ লগে লগে মানুহৰ সুসভ্য মন-মাৰ্জিত কলা অনুৰাগী হৈ উঠিল। কলাৰ প্ৰেৰণাতে পৃথিৱীৰ দৰ্শন-বিজ্ঞান সূক্ষ্মতৰ ললিত কলা বিকশিত হৈ দ্ৰুতবেগে উন্নতিৰ বাটলৈ গতি কৰিলে।

কলাই পৰিপূৰ্ণ বিকাশ লাভ কৰিলে বিশ্বৰ জ্ঞানদাত্ৰী এই পুণ্যময় ভাৰতবৰ্ষতেই। ভাৰতৰ অৰণ্যযুগৰ মাজতে এচাম চিন্তাশীল মস্তিষ্কৰ উৰ্বৰ চিন্তাই জ্ঞান-জগতৰ বিভিন্ন দিশ উন্মুক্ত

কৰিবলৈ সক্ষম হ'ল। ভাৰতৰ অৰণ্য যুগৰ ধ্যানী চিন্তাশীল এচাম মনীষীয়ে আবিষ্কাৰ কৰিলে মানব জীৱনৰ সুগোপন জ্ঞান মাৰ্গ, বিজ্ঞান মাৰ্গ। মানুহৰ ক্ষুধিত আত্মাৰ অমৃত উৎস ক'ত? বিচাৰি উলিয়ালে এই মনীষীসকলে। মানুহ জীৱনৰ আনন্দময়, কলাময় মৃত্যুহীন মৃত্যুক জয় কৰিব পৰা আলোক-ৰাজ্যৰ অমৃতময় সন্ধান পাই আনন্দত আবেগত পুলকিত হৈ চিঞৰি উঠিল। ধ্যানী মনৰ চুচকুৰ আগত জিলিকি উঠিল বিশ্ব-সৌন্দৰ্যৰ মানস-সৌন্দৰ্যৰ বিচিত্ৰ বৰ্ণালীৰ ৰূপছবি। ধ্যানী মনীষীয়ে আনন্দত চিঞৰিবলৈ ধৰিলে, "শুনাহি শুনাহি অমৰ মানব, মৰণ জয়ৰ বাতৰি শুনাহি।" "শৃণ্বন্তু বিশ্বে অমৃতস্য পুত্ৰাঃ"—মানব জীৱনৰ মৰণ জয়কৰা অমৃতবাৰ্তা বহনকাৰীসকলক 'ঋষি' আখ্যাৰে বিভূষিত কৰা হ'ল। নব-তত্ব নব-সত্যৰ সন্ধান দিওঁতা অমৰ মন্ত্ৰ দান কৰোঁতাসকলক ঋষি বোলা হয়। "ঋষয়ো মন্ত্ৰ দ্ৰষ্টাৰঃ"—মন্ত্ৰ মানে নতুন সত্য-তথ্য দৰ্শন। এই সত্য-তথ্য দৰ্শন যিসকলে কৰে, মানে যি জনে এনে সত্য-দৰ্শন কৰে তেৱেঁই ঋষি পদবাচ্য। এই সকলক তত্বদৰ্শী বোলা হয়।

সুদূৰ দ্বাপৰ যুগত তমসা নদীৰ পাৰত বহি নিবিড় ধ্যানত নিমগ্ন বাল্মীকি মুনিয়ে কলাৰ পৰশত সৃষ্টিৰ সৌন্দৰ্য নিৰীক্ষণ কৰি থকা অৱস্থাত নিষ্ঠুৰ ব্যাধৰ শৰত আহত হৈ এটি ক্ৰৌঞ্চ পখী শৰবিদ্ধহৈ মুনিৰ কোলাত পৰিলহি, আনটিয়ে বিচ্ছেদ শোকত আকুল হৈ ইনাই বিনাই কান্দিবলৈ ধৰা দেখি ধ্যানতন্ময় মুনিৰ মন কৰুণাদ্ৰৱ; হিয়াত বাজি উঠিল ছন্দময় ললিত-কলা কাব্য-ছন্দ। মুনিৰ মুখৰ পৰা নিজৰ অজ্ঞাতসাৰে উচ্চাৰিত হৈ উঠিল আদি কাব্যৰ সুৰধ্বনি—

"মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতী সমা।
যৎ ক্ৰৌঞ্চ মিথুনাদেকমবধি কাম মোহিতম্॥"

হাঁয়। কোন ব্যাধে মিলন-আনন্দত মগ্ন এই নিৰপৰাধী পখীক

হত্যা কৰিলে? এই বাক্যশাৰীয়ে ছন্দময় কলাভঙ্গীৰে সুললিত ছন্দেৰে মুনিৰ মুখৰ পৰা উচ্চাৰিত হোৱাত মুনিয়ে নিজেই আচৰিত হৈ পৰিল। আনন্দত বিহ্বল হৈ পৰি কবলৈ ধৰিলে—"মোৰ মুখৰপৰা এয়া কি বাহিৰ হ'ল? যিবাক্যত ছন্দই ক্রিয়াশীলাহৈ সুমধুৰ সুৰৰ সৃষ্টি কৰিলে? এয়েই কাব্যছন্দ। আজিৰেপৰা ছন্দময় সুৰধ্বনি ৰঞ্জিত এই বাক্যসমূহ কবিসকলৰ মুখৰপৰা কাব্যৰূপে প্ৰকাশ হ'ব।" বাল্মীকিৰ এই সত্য আবিষ্কাৰৰ ধ্বনিত বাল্মীকি ঋষি হ'ল। কাব্যৰ কলাৰ পৰশত ঋষিৰ অন্তৰ পুলকত আনন্দত বিহ্বলহৈ পৰিল। ছন্দৰ মহিমাত কলাৰ আনন্দই ঋষিৰ দুটি চকুত সৃষ্টিৰ সোণোৱালী ছবি নানাৰূপে ৰূপায়িত কৰি তুলিলে, বাল্মীকিৰ বীণাত সুৰৰ ঝঙ্কাৰ জাগি উঠিল। বাল্মীকি মুনিয়ে ঋষিৰূপে আদি মহাকাব্য শ্ৰীৰাম-চৰিত মহাকাব্য ৰামায়ণ সৃষ্টি কৰিলে। পৃথিৱীৰ শ্ৰেষ্ঠ মানবীয়তা, দয়া, ক্ষমা, সহিষ্ণুতা, ত্যাগ, সত্যপালন, বীৰত্ব, সতীত্ব, প্ৰেমৰ অমৰ ছবি অঙ্কিত কৰি তুলিলে সপ্তকাণ্ড ৰামায়ণ মহাকাব্যত। বিশ্ব অনুৰঞ্জিত হৈ উঠিল। বাল্মীকিৰ ক্ষুধিত অতৃপ্ত প্ৰাণৰ মাজত সূক্ষ্মতম ললিত কলাকাব্যই নবজন্ম লাভ কৰিলে। ভাৰত তথা বিশ্বৰ এন্ধাৰ আঁতৰি গ'ল। ভাৰতবৰ্ষৰ বুকুত, মানুহ জীৱনৰ মাজত সুকুমাৰ কলাৰ দেৱদুন্দুভি বাজি উঠিল। পূৰ্ণ মানবীয়তাত উপনীত মানবৰ সৰ্বজ্ঞানৰ অধিকাৰী ভাৰতৰ প্ৰধান ৰাম-চৰিত ৰামায়ণৰ পৃথিৱী সামৰি লোৱা সোণালী বুৰঞ্জীৰ দিক এটিও জিলিকি উঠিল। ভাৰতৰ চৌপাশৰ পৰ্বতবাসী সকলক শ্ৰীৰাম চৰিত্ৰই কি দৰে বুকুত সাবটি লৈছিল; যিবোৰক ভালুক-বান্দৰ বোলা হৈছিল, সেই পৰ্বত-অৰণ্যবাসী সকলকো ৰাম-চৰিত্ৰই সাবটি লৈ ভাৰতৰ মহানজ্ঞান বিলাই মানুহ কৰি তুলিছিল। যিদিনা ভাৰতবৰ্ষত অৰণ্যে নগৰে সভ্যতাৰ বিজয় দুন্দুভিৰে প্ৰতিধ্বনিত, সিদিনা সমগ্ৰ পৃথিৱী, অৰণ্যবাসী, গুহাবাসী উলঙ্গ পশুসদৃশ হৈ

আছিল ; ভাৰতবৰ্ষ জ্ঞানে-বিজ্ঞানে সূক্ষ্মতৰ কলা-বিজ্ঞানৰ শীৰ্ষস্থানত উপনীত হৈছিল। সাগৰকন্যা ভাৰতমাতৃৰ আকাশত প্ৰদীপ্ত জ্ঞান-সূৰ্য সহস্ৰ শিখাৰে দীপ্তিমান। বিজ্ঞান সন্ধানীৰ মনত ধ্যানত প্ৰগতিৰ আলোক শিখা জ্বলি উঠিছিল।

তপোবনে তপোবনে বশিষ্ঠ, যাজ্ঞবল্ক্য আদি মুনিসকলৰ সত্য-দ্ৰষ্টা জ্ঞানে ঋষিৰ ৰূপ পাইছে, ঝঙ্কাৰিত হৈ উঠিছে ঋকবেদ, সামবেদ, যজুৰ্ব্বেদ, অথৰ্ব্ববেদৰ সত্যময় সন্ধানৰ অমোঘ বাণী। ঋকে শুনালে মানৱ-জীৱনৰ অমৰত্ব। সামবেদে আবিষ্কাৰ কৰিলে বিশ্ব-প্ৰকৃতি মানৱ-প্ৰকৃতিৰ সহযোগৰ বিজ্ঞানময় সপ্তৰাগৰ সঙ্গীত স্বৰগ্ৰাম। যি স্বৰগ্ৰাম মানুহ আত্মাৰ কলা মন্দিৰৰ প্ৰাণ-তন্ত্ৰীত বিজড়িত হৈ ধ্বনিত হব লাগিছে চিৰ চিৰন্তন কাল। সপ্তৰাগৰ একোটা স্বৰত মানুহ-প্ৰাণৰ একোটা তন্ত্ৰীৰ ওতপ্ৰোত সম্বন্ধ বন্ধা আছে। উদাৰা, মুদাৰ, তাৰা ত্ৰিবিধ মূৰ্চ্ছনাত বন্ধা মানুহৰ কলাময় প্ৰাণ-তন্ত্ৰী। একোটি সুৰৰ কঁপনিয়ে মানুহৰ সূক্ষ্মতম প্ৰাণ-তন্ত্ৰীত বাক্‌ময় সুৰধ্বনিৰ কঁপনি জগাই তোলে, যিহেতু সুৰ-স্বৰগ্ৰাম মানুহৰ প্ৰাণ-স্বৰগ্ৰামৰ লগত বন্ধা। ঋষি প্ৰণীত সামবেদ, বেদ অৰ্থে 'সত্যবেদন' বা সত্য অনুভূতি, এয়া ঋষি সাধনাৰ সত্যময় অনুভূতিয়ে ৰচনা কৰা সুকুমাৰ কলাৰ বেদ। এই শাশ্বত সত্যময় ঋষিলব্ধ বেদনসমূহেই মানুহ জীৱনৰ পূৰ্ণ বিকাশ। এই বেদনসমূহ এনে নিৰ্ভুল সত্য যে সপ্তৰাগৰ স্বৰগ্ৰামত এটা সুৰ ভুল হলেই সম্পূৰ্ণ স্বৰগ্ৰাম অশুদ্ধহৈ পৰে। ছন্দ পতন হলে সঙ্গীত হয় অশুদ্ধ। কাব্যক অৱলম্বন কৰি সুকুমাৰ কলাই সুকুমাৰী ৰূপ ধাৰণ কৰি বিশ্ব-বিমোহন ৰূপ পালে। ছন্দময় স্পন্দনত বিশ্বত উন্মাদনা জাগিল। সুৰঝঙ্কাৰত, বিশ্বসুৰ উন্মাদনাত সুৰে সুৰে জাগিল মানুহ মনৰ অৱচেতনাৰ জাগৰণ। সুকুমাৰী কলাৰ পৰশে মানুহৰ দেহ-মনত জগালে সৌন্দৰ্যবিলাসী দৃষ্টি, দেহত লাস্যময় নৃত্য-ছন্দ। সৌন্দৰ্য-বাণী কলাই জগালে দেহত

মোহন ভঙ্গীমা, প্ৰাণত জগালে তৃপ্তিৰ অবিহণা। সৌন্দৰ্য সঞ্চাৰিণীৰ লাস্য বিলাস বিয়পি গ'ল চিন্তা সৃষ্টি তন্ময় অনুভূতি। মানুহৰ অতৃপ্ত চিত্তই পালে অমৃতময়ী কলাৰ অমৰ পৰশ। বিশ্ব-বৰ্ণালীক মানস ৰঙেৰে ৰঙাই মুগ্ধ কবি শিল্পীয়ে সৃজনৰ তুলিকাৰে অপৰূপ কৰি কলাক সজাই তুলিলে। সেইদিনা সামবেদৰ ঋষিয়ে গাই উঠিল—

ছান্দোগ্য উপনিষদ { এষ উবা উদ্‌গীথঃ প্ৰাণোবা উৎ প্ৰাণেন হীদং সৰ্ব—
মৃত্তবধং বাগেব গীতোচ্চ গীথা চেতি স উদগীথ ঃ ॥ ২৩

এই গীথা শব্দটি গানাৰ্থক। গৈ ধাতুৰ পৰা নিষ্পন্ন। গতিকে গীথা শব্দই গান বা গীথঃ। উদ্‌গীথ ভক্তি শব্দাতিৰিক্ত নহয়। ইয়াক বাক্‌গীথঃ বোলা হয়। এই উদ্‌গীথ বা গীথঃৰ পৰাই কণ্ঠমাধুৰ্য সম্পদ 'সাম' উৎপত্তি হয়। এই 'সাম'ক প্ৰাণ-ৰূপে ঋষিসকলে বিভূষিত কৰিছে। উপনিষদে কৈছে, যিজনে এই প্ৰগুপ্ত সামৰ বা প্ৰাণৰ সম্পদ জানে, সেইজনে সৰ্বসম্পদ লাভ কৰিবলৈ সমৰ্থ হয়। বাক্ প্ৰাণৰ আশ্ৰয়, এই প্ৰাণ বাক্যত আশ্ৰিত হৈ গানত পৰিণত হয়। গান প্ৰাণত প্ৰতিষ্ঠিত হলেহে প্ৰকৃত গানৰ ৰূপ পাব পাৰে। ঋষিসকলে সামকেই প্ৰাণ বুলিছে। 'শ্ৰুতি'ৰ শেষ বাক্যৰ তাৎপৰ্য—প্ৰাণকেই উদ্‌গীথঃ দেৱতা বোলা হৈছে। সাম শব্দ বাচ্যৰ 'স্বম্', মানে ধন বা সম্পত্তি। ঋত্বিকসকলৰ কৰ্ম, উদ্‌গান 'বাচি' বা বাগ বিষয়ত সুৰৰ বাঞ্ছা বা সাধনা কৰিব। স্বৰ যিহেতু সামৰ ভূষণ—সঙ্গীত অভিলাষীয়ে ভাবিব মই প্ৰাণ-গীতি ভাব স্বৰূপ কণ্ঠমাধুৰ্যই মোৰ ভূষণ এনে ধাৰণা কৰি গীথোক্তকাৰী সামবেদী ঋত্বিক সকলে সাম ছন্দেৰে গীথঃ বা সঙ্গীতক উপাসনা-জ্ঞানেৰে সাধন কৰি অমৃতত্ব লাভ কৰিব পাৰিছিল। সাম বেদত 'সা' স্বৰ-গ্ৰামকেই আদিকবি অক্ষৰ ৰূপে সা-ৰ পৰাই সাম বেদৰ উৎপত্তি হৈছিল। আদি অক্ষৰ সা-ৰ পৰা সাম বেদ, ঋ-ৰ

পৰা ঋক্‌বেদ তিনটি যজু মন্ত্ৰেৰে প্ৰথম গীথঃ বা প্ৰাৰ্থনা সঙ্গীত ৰচনা হয়—

অসতো মা সদগময়
তমসো মা জ্যোতির্গময়
মৃত্যুৰ্মা অমৃত গময়।

অসত্যৰ পৰা মোক সত্যলৈ নিয়া, এন্ধাৰৰ পৰা পোহৰলৈ নিয়া, মৃত্যু বা বিনাশী জীৱনৰ পৰা মোক জ্ঞান বা অমৃতময় জীৱনলৈ লৈ যোৱা। উদ্‌গাথা গায়কসকলে এই প্ৰথম সঙ্গীত বা সুৰ তাল, লয় আৰু ছন্দেৰে গীথঃ ৰূপে সাধনা কৰি অমৰত্ব প্ৰাপ্ত হৈছিল। 'উদ্‌গীথ' সকলে এই গীথঃৰ দ্বাৰাই প্ৰাণক জয় কৰিছিল। সামবেদে কৈছে—'প্ৰাগুপ্ত গুণৰাজি সমন্বিত মই সামৰূপী প্ৰাণ, এই সামবেদ সাধক বা জ্ঞান সম্পন্ন উদ্‌গীথসকলে প্ৰাণ-জয় কৰি যি গান কৰে সেই গানৰ দ্বাৰাই যি কোনো কামনা কৰে সেই কামনাৰ ফল অচিৰতে লাভ কৰিবলৈ সমৰ্থ হয়। এই সাধনা বা উদ্‌গীথ উপাসনা হিৰণ্য-গৰ্ভ বা পৰমাত্মিক ঐশ্বৰ্য সম্পন্ন। সাধক, ঋত্বিক বা উদ্‌গীথসকলৰ যি সঙ্গীতময় উপাসনা সেই উপাসনাই লোকচিত্ত জয় কৰিবলৈ সমৰ্থ। ঋত্বিক জনৰ সঙ্গীত সাধনাৰ প্ৰভাৱত নিজৰ অজ্ঞাতসাৰেই অন্তৰ নিৰ্লোভ হৈ পৰে। তেওঁ লোভময় কামনা-জয়ী হৈ উঠে। ভাৰতৰ প্ৰথম সূৰ্যোদয়ৰ আলোক ৰশ্মিত উদ্ভাসিত হৈ উঠা সুকুমাৰ কলা সঙ্গীত-বেদ সামবেদৰ এই সত্যবাণী এই প্ৰবন্ধটিত উল্লেখ কৰিলো এই বাবেই যে, আজিৰ বিজ্ঞান যুগৰ সঙ্গীত সাধকসকলে যাতে এই পৰম সত্যময় সাধনাৰ সুকুমাৰ কলাৰ মহান গুৰুত্ব অন্তৰত উপলব্ধি কৰি সঙ্গীতৰ সাধনাক্ষেত্ৰত আগবাঢ়িবলৈ যত্নপৰ হয়। এইখিনিতে পুনৰ কওঁ—প্ৰকৃতি আৰু মানৱ-প্ৰকৃতিৰ গভীৰ বিশ্লেষণ কৰি সেই সামবেদী-ঋত্বিকসকলে বিশ্ব-শক্তি বাক্ শব্দ ব্ৰহ্মক একেটা ধ্বনিত নিয়োগৰ অপূৰ্ব সমন্বয় দেখুৱাই 'সা' এই

আদি স্বৰগ্ৰাম সৃষ্টি কৰাৰ লগে লগে সাতটি স্বৰগ্ৰামকো বিশ্ব-প্ৰকৃতিক মানব-প্ৰকৃতিৰ লগত খাপ খুৱাই সপ্ত স্বৰগ্ৰাম সৃষ্টি কৰিছিল— যি সকলৰ নাম ঋষভ, গান্ধাৰ, মাধ্যম, পঞ্চম, ধৈৱত, নিষাদ আদি নামেৰে স্বৰগ্ৰামসমূহক ফঁহিয়াই দেখুৱাই থৈছে। সামবেদী সুকুমাৰ সঙ্গীতকলা-জ্ঞানীসকলে প্ৰকৃতিৰ প্ৰভাবৰ লগত সুৰস্বৰগ্ৰামসমূহৰ ধ্বনিৰ সম্বন্ধ ঘটোৱাটো মন কৰিব লগীয়া। যেনে পুৱা, দুপৰীয়া, সন্ধিয়া, মাজনিশা প্ৰকৃতিৰ তৰঙ্গৰ লগত সংযোগ থকা স্বৰগ্ৰামসমূহক একোটা ৰাগ ৰূপে বান্ধি দিছে। যেনে, পুৱাৰ ৰাগসমূহত ভৈৰবীৰ ভৈৰো ৰাগৰ প্ৰতিধ্বনি, সূৰ্যাস্তৰ পিচত পূৰবী, মাজনিশা বাগেশ্ৰী-দৰবাৰী আদি ৰাগৰ স্বৰসমূহ খাপ খোৱা। সেই সময় উপযোগী ৰাগ-ৰাগিণীসমূহ সময়মতে পৰিবেশ কৰিলে প্ৰকৃতিৰ ধ্বনিৰ সহায়ত মূৰ্ত হৈ উঠিব পাৰে। সঙ্গীতজ্ঞ ঋত্বিকসকলে আদি স্বৰ 'সা'ৰ সহায়েৰে কণ্ঠ-সাধনাৰ ব্যৱস্থা দিছে। কণ্ঠ সাধকৰ কণ্ঠত সকলো স্বৰৰ ওপৰত আয়ত্ত-শক্তি কণ্ঠ সাধনাৰ যোগে বৃদ্ধি হয়। এই সুকুমাৰ কলা বা প্ৰাণৰাগ সঙ্গীত প্ৰাণৰ বিকশিত স্পন্দন। সমগ্ৰ বেদান্তত 'ৰসো বৈ সঃ' নামেৰে উল্লেখ কৰা হৈছে। অৰ্থাৎ সৰ্ব ৰসৰ মূল উৎস এই সুকুমাৰ কলা-সাধন। সুকুমাৰ কলাৰ সাধনাই প্ৰাণৰ ৰসধাৰা প্ৰবাহিত কৰে সঙ্গীতৰ স্বৰগীয় ৰসধাৰা। মানুহ-প্ৰাণৰ অমৃত ৰসধাৰাৰ প্ৰথম অন্বেষণ সত্য বিশ্লেষণ আৰু স্থিতি সাফল্যেৰে উদ্ভাসিত হৈ উঠিল কোন আদিম অতীতৰ ভাৰত আকাশৰ তমসা বিদাৰি অৰুণোল্লাসিত উষা-বন্দনাৰে ভাৰত ঋষিৰ উদাত্ত কণ্ঠত অমোঘ সত্যময় মন্ত্ৰ ধ্বনিৰে ভাৰতীয় সুকুমাৰ কলা সাধনাৰ মণিকূটৰ সিংহদুৱাৰ মুকলি হৈছিল বিশ্বৰ কোনোবা সাৰ্থক শুভ প্ৰভাতত।

# দৰ্শনত শঙ্কৰদেৱ

সুদূৰ অতীতৰ পাঁচ হাজাৰ বছৰৰ আগৰ ভাৰতবৰ্ষৰ এটি এন্ধাৰ যুগ। সেই সময়ত গোটেই ভাৰততে ধৰ্ম-জীৱন আৰু সমাজ-জীৱনত কিছুমান বেমেজালি ঘটে। সেই বেমেজালিবোৰৰ সুবিধা লৈ প্ৰাচীন বৈদিক ধৰ্মৰ বান্ধোন শিথিল হৈ পৰে। বৌদ্ধ ধৰ্মৰো সেই সময়ত পতন আৰম্ভ হৈছে। নানা মুনিৰ নানা মতত সমাজত নৈতিক বান্ধোন শিথিল হৈ পৰিছে। এই সুযোগতে অনাচাৰ-ব্যভিচাৰৰ প্ৰাবল্যত দেশত এটি অৰাজকতাৰ সৃষ্টি হয়। পবিত্ৰ ভগবৎ আৰাধনা পাহৰি সমাজে ঐহিক ভোগোন্মত্ততাৰ বাট বাচি ললে। তান্ত্ৰিক পদ্ধতিত সোমাল বামাচাৰী ক্ৰিয়াকাণ্ড। ধৰ্মৰ নামত হবলৈ ধৰিলে ব্যভিচাৰ। ভোগ-ঐশ্বৰ্যৰ অভিলাসে ধৰ্মৰ দোহাই দি হিংসা পথৰ ইন্ধন যোগাবলৈ ধৰিলে। ঐহিক সুখ-আকাঙ্ক্ষাত আচ্ছন্ন সৰ্বসাধাৰণ এই পথলৈ আকৰ্ষিত হবলৈ ধৰিলে। এনে গ্লানিময় বিপৰ্যয়ৰ মাজতে ৯ম শতিকাত জগৎগুৰু শ্ৰীশ্ৰীশঙ্কৰাচাৰ্যৰ আবিৰ্ভাব হয়। শ্ৰীশঙ্কৰাচাৰ্যই বেদান্ত ভাষ্য লিখি অদ্বৈতবাদৰ প্ৰমাণ কৰি সনাতন বৈদিক ধৰ্মৰ পুনৰ প্ৰবৰ্তন কৰে। শ্ৰীৰামানুজাচাৰ্যই বেদান্ত ভাষ্য ৰচনাত বিশিষ্টাদ্বৈতবাদৰ প্ৰবৰ্তন কৰে। সমাজত লুপ্তপ্ৰায় বৈদিক ধৰ্মৰ পুনৰ প্ৰতিষ্ঠা হয়।

ব্ৰহ্ম সত্যং জগন্মিথ্যা জীৱো ব্ৰহ্মৈৱ নাপৰঃ

ইদমেৱত সংস্থাপ্যামিতি বেদান্ত ডিণ্ডিমঃ। ( বেদান্ত ডিণ্ডিম )

শ্ৰীশ্ৰীশঙ্কৰাচাৰ্যৰ মতে একমাত্ৰ সচ্চিদানন্দ ব্ৰহ্মহে সত্য; এই বিশ্বচৰাচৰৰ সকলো মায়া। শ্ৰীশঙ্কৰাচাৰ্যৰ ব্ৰহ্মসূত্ৰত তেওঁৰ

কল্পিত ভাষ্যৰে ভগবানক গোপন কৰি 'জীৱই ব্ৰহ্ম' 'সোহহম' —ময়েই ব্ৰহ্ম এই বাক্যৰে মায়াবাদ স্থাপন কৰিলে। কিন্তু দাক্ষিণাত্যত শ্ৰীৰামানুজাচাৰ্যই শঙ্কৰাচাৰ্যৰ মায়াবাদ খণ্ডন কৰি বিশিষ্টাদ্বৈতবাদৰ প্ৰচাৰ কৰে। ভাৰতবৰ্ষৰ ঠায়ে ঠায়ে এই সময়ত বৈষ্ণৱাচাৰ্যসকলৰ আবিৰ্ভাৱ হবলৈ ধৰিলে। শ্ৰীমাধবাচাৰ্য, শ্ৰীনিম্বাৰ্ক, শ্ৰীবিষ্ণুস্বামী, শ্ৰীমদ্বলদেৱ আদি ধৰ্মগুৰু বৈষ্ণৱাচাৰ্য-সকলে শ্ৰীশঙ্কৰাচাৰ্যৰ নীৰস ব্ৰহ্মতত্ত্ব-মায়াবাদ খণ্ডন কৰি ভাৰতবৰ্ষত আকৌ বিষ্ণু উপাসনা-ভক্তিৰ গঙ্গাৰ সোঁত বোৱাই দিলে। এই নতুন ভাবধাৰাই ভাৰত ভূমি প্লাৱিত কৰি পেলালে। এই ভাবধাৰাত প্ৰভাৱিত হৈ ঠায়ে ঠায়ে আধ্যাত্মিক কবিসকলৰ কাব্য-বীণা বাজি উঠিল। বঙ্গত চণ্ডিদাস, মিথিলাত বিদ্যাপতি, কবীৰ, তুলসীদাস, মীৰাবাঈ, সুৰদাস আদি কবিসকলৰ সুৰময় কাব্য ছন্দধ্বনিৰ আধ্যাত্মিক প্ৰেৰণাৰ পৰশ পাই ভাৰতবৰ্ষত এটি নতুন পোহৰৰ ধল বাগৰিল। ধৰ্ম-জগতত নতুন ভাবধাৰাৰ কঁপনি উঠিল। ভাৰতবৰ্ষৰ সংস্কৃতিয়ে এটা নতুন ৰূপ ললে। সাহিত্যৰ সম্ভাৰেৰে ধৰ্মজগতৰ লগত বাস্তৱতাৰ সংমিশ্ৰণ ঘটাই বৈষ্ণৱ কবিসকলে মানুহ-অন্তৰৰ সহজ বাসনাৰাশিত ধৰ্মৰ ৰহণ চৰাই কাব্যছন্দ সঙ্গীতৰ সুৰ-মাধুৰ্য সানি আধ্যাত্মিক বাটেৰে সহজে আগ বঢ়াই নিলে ভাৰতবৰ্ষৰ ধৰ্মপিপাসু মানব সমাজক। বৈষ্ণৱ ধৰ্মৰ কবিসকলৰ মাজত দুটা প্ৰদীপৰ শিখা জ্বলি উঠিল জ্বলন্ত উদ্দীপ্ত জ্যোতিৰ্ময়-ৰূপে। বৈষ্ণৱ ধৰ্মৰ সুমাৰ্জিত সুচিন্তিত সুকীয়া বৈশিষ্ট্য (লৈ ১৪৪৯—১৫৬৮ খৃষ্টাব্দত) অসমত শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ, বঙ্গৰ নবদ্বীপত শ্ৰীচৈতন্যদেৱৰ আবিৰ্ভাৱ হয়। এই দুয়োজন মহাপুৰুষক অৱতাৰ পুৰুষৰূপে ভাবি দেশৰ শিৰ অৱনত হৈ পৰে মহাপুৰুষৰ জ্যোতিৰ্ময় প্ৰতিভাৰ ওচৰত।

*চৈতন্যদেৱ ঃ*

বঙ্গদেশৰ শ্ৰীচৈতন্যদেৱ বিশিষ্টাদ্বৈতৰ উপাসক। চৈতন্যদেৱে নিজক প্ৰকৃতি-ৰূপিনী ৰাধাৰূপে শ্ৰীকৃষ্ণক পৰমাত্মা কান্তৰসত আৰাধনা কৰি প্ৰেম উন্মাদনাত বিহ্বল হৈ পৰিল। নদীয়া ভাহি গ'ল কৃষ্ণ-প্ৰেমৰ উন্মাদ সোঁতত।

শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীচৈতন্যদেৱৰ সমসাময়িক হলেও বয়সত শঙ্কৰদেৱ অগ্ৰজ। এই দুয়োজন মহাপুৰুষৰ উপাস্য দেৱতা একেজন পৰম পুৰুষ শ্ৰীকৃষ্ণ হলেও দুয়োজনৰে বেলেগ বেলেগ উপাসনা পদ্ধতি, আৰু ভাবৰ সমাবেশ স্বকীয়া। শ্ৰীশঙ্কৰদেৱে এক শৰণ ভাগৱতী ধৰ্ম প্ৰতিষ্ঠা কৰে। শঙ্কৰদেৱৰ এই ভাগৱতী ধৰ্ম 'এক শৰণ নাম ধৰ্ম' বুলি বিখ্যাত। ভাগৱতী ধৰ্মত আছে শান্ত, দাস্য আৰু সখ্য ভাবৰ সমন্বয়ৰ প্ৰতিষ্ঠা। কৃষ্ণ-ৰূপী পৰমাত্মাৰ ভক্তিত উন্মাদনা নাই, একমাত্ৰ পৰমাত্মা শ্ৰীকৃষ্ণই ভক্তৰ পৰম উপাস্য ; প্ৰকৃতিবিহীনা 'ৰাধাকৃষ্ণ' যুগল মিলনৰ এই উপাসনাৰ প্ৰতীক নহয়। 'এক দেৱ এক সেৱ' শ্ৰীকৃষ্ণৰ দাস্য ভক্তিৰ উপাসনাত প্ৰাবল্য বাহ্যিক নহয়। অন্তঃসলিলা ফল্গু নদীৰ গভীৰ স্থায়ী সমতা বিশ্বাস আৰু দৃঢ়তাত প্ৰতিষ্ঠিত শঙ্কৰদেৱৰ এই ভক্তি-পথ। প্ৰকৃতি-পৰশবিহীন শঙ্কৰৰ ভাগৱতী ধৰ্মত শুদ্ধ দাস্য ভাব। তুমি প্ৰভু, মই দাস—এই ভাব। শ্ৰীচৈতন্যদেৱৰ কান্ত ভাৱৰ প্ৰেমোন্মদনাত জাতিগত ভাব-প্ৰবণতাৰ প্ৰাবল্য প্ৰকাশমান। শ্ৰীশঙ্কৰদেৱৰ দাস্য ভাবাপন্ন ভাগৱতী ধৰ্মতো জাতিগত ধীৰতা প্ৰকাশমান। কোনো জনেই কোনোজনৰ প্ৰভাবিত নহয়, দুয়োজনেই দুটা বিশিষ্টতাৰে উজ্জ্বল।

*শঙ্কৰদেৱৰ আবিৰ্ভাব ঃ*

শ্ৰীশ্ৰীশঙ্কৰদেৱৰ জন্মৰ সময়ত অসমত তান্ত্ৰিক পূজা-পদ্ধতিৰ বহুল প্ৰচলন আছিল বুলি বুৰঞ্জীত পোৱা যায়। তান্ত্ৰিক শাক্ত

ধৰ্মৰ অপলাপ ঘটাৰ ফলত বিভিন্ন অসমৰ জাতিৰ মাজত এটি কুৰুচিপূৰ্ণ সভ্যতাৰ সৃষ্টি হৈছিল। অসমত সেই সময়ত ধৰ্ম-ব্যভিচাৰ ঘটি মানুহক অধোগতি প্ৰাপ্ত কৰিছিল। এই সময়ত তন্ত্ৰোক্ত বিধি মতে বাসুদেৱ বিগ্ৰহৰ পূজাও ঠায়ে ঠায়ে আছিল। ঘৰে ঘৰে শালগ্ৰাম শিলাত বিগ্ৰহৰ পূজাও চলি আছিল। উত্তৰ লক্ষীমপুৰত শ্ৰীশঙ্কৰদেৱৰ আগতেই স্থাপিত হোৱা বাসুদেৱ বিগ্ৰহৰ থানত চিৰকালে বাসুদেৱৰ পূজা চলি আছে। এনে সন্ধিক্ষণতে যুগসূৰ্যৰ দৰে অসমত জীৱন্ত মানবীয় সংস্কৃতি ৰক্ষাৰ প্ৰতীভূ স্বৰূপে আবিৰ্ভাব হ'ল শ্ৰীশঙ্কৰদেৱ। তেওঁ শান্ত, সুন্দৰ, সুমাৰ্জিত অদ্বৈতবাদৰ কেনেকৈ যুগধৰ্ম প্ৰবৰ্তন কৰা যায় তাৰে উপায় চিন্তিবলৈ ধৰিলে। শ্ৰীমদ্ভাগৱতৰ অমৰ সত্যবাণী তেওঁৰ প্ৰাণত ধ্বনিত হবলৈ ধৰিলে। শ্ৰীমদ্ভাগবতে দেখুৱালে শঙ্কৰদেৱৰ ভাগৱতী ধৰ্মৰ অমৃত পথ। ঐত্যৰীয় শতপথ ব্ৰাহ্মণৰ বাণী তেওঁৰ প্ৰাণত বাজি উঠিল—

তস্মাদাহঃ বিষ্ণুদেৱানাং শ্ৰেষ্ঠ ইতি॥

শ্ৰীবিষ্ণু ৰূপকে সৰ্বশ্ৰেষ্ঠ ৰূপৰূপে তেওঁ আদৰি ললে জীৱনৰ উপাস্য কৰি।

শ্ৰীশঙ্কৰদেৱৰ পূৰ্ব-পুৰুষসকল দেৱী-উপাসক আছিল। শঙ্কৰদেৱ তীৰ্থ ভ্ৰমণ কৰিবলৈ ওলোৱাৰ আগতে তেওঁৰ নিজৰ ঘৰতে দেৱী পূজা চলিছিল। কিন্তু তেওঁৰ সেই পূজাত কিমান আস্থা আছিল তাক তেওঁৰ ভ্ৰমণৰ পূৰ্ব মনোভাব আৰু তেওঁৰ পিচৰ কাৰ্যৰ দ্বাৰাই ভালকৈ অনুমান কৰিব পৰা যায়। শিশু কালৰে পৰা শঙ্কৰৰ বিষ্ণুভক্তিৰ বহু প্ৰমাণ পোৱা যায়। শ্ৰীশঙ্কৰদেৱৰ প্ৰথমা পত্নী সূৰ্যাবতীৰ মৃত্যুৰ পিচত তেখেতে তীৰ্থযাত্ৰা কৰে। শ্ৰীৰামগুৰু, মহেন্দ্ৰকন্দলী সহিতে সোতৰজন লগৰীয়া লৈ পদব্ৰজে শ্ৰীশঙ্কৰে তীৰ্থযাত্ৰা কৰিছিল। প্ৰথমে গঙ্গা

পাই গঙ্গাস্নান কৰি পিতৃ-মাতৃ আৰু পত্নীৰ অস্থি গঙ্গাত লগালে। পিচত গয়াধামলৈ গৈ পিতৃ-মাতৃ আদিৰ গয়া-তীৰ্থত পিণ্ড দান কৰি শ্ৰীক্ষেত্ৰ পালেগৈ। পুৰীত বাসকৰা কালৰ ভিতৰত শ্ৰীশঙ্কৰদেৱে ব্ৰহ্মপুৰাণৰ আখ্যান মতে ক্ষেত্ৰ মাহাত্ম্য ব্যাখ্যা কৰি আৰু আন আন শাস্ত্ৰ ব্যাখ্যা কৰি পাণ্ডাসকলৰ মাজত নিজৰ পাণ্ডিত্য প্ৰকাশ কৰি পণ্ডিত সমাজৰ শ্ৰদ্ধা আকৰ্ষণ কৰিব পাৰিছিল। তাৰ পিচত তেওঁ শ্ৰীক্ষেত্ৰৰ পৰা বৃন্দাবনলৈ যাত্ৰা কৰে। বৃন্দাবনত ব্ৰাহ্মণসকলক নিজ পাণ্ডিত্যৰে পৰাভৱ কৰি জয়লাভ কৰিছিল। বৃন্দাবনৰপৰা দুজন সঙ্গী লগত লৈ মথুৰাপুৰী পায়গৈ। তাৰ পৰা বাৰানসী, প্ৰয়াগ, সীতাকুণ্ড, বৰাহকুণ্ড, উত্তৰবাহিনী গঙ্গা পৰিদৰ্শন কৰি অযোধ্যা পাইছিল। বৃন্দাবনৰপৰা শঙ্কৰ বদৰিকাশ্ৰমলৈ পিচত ভাৰতবৰ্ষৰ প্ৰসিদ্ধ তীৰ্থস্থানবিলাক চাই পুনৰ শ্ৰীক্ষেত্ৰলৈ উলটি আহে। শ্ৰীশঙ্কৰদেৱ দুবাৰ বৃন্দাবনলৈ যায়। দীঘলীয়া বাৰবছৰ কাল ভ্ৰমণত শঙ্কৰদেৱে বহু শাস্ত্ৰ অধ্যয়ন কৰি, বহু জ্ঞান, বহু পাৰদৰ্শিতা লাভ কৰি নিজৰ প্ৰতিভাৰ ক্ষেত্ৰ প্ৰস্তুত কৰি লোৱাত সহায় হৈছিল। এই ভ্ৰমণ কালত শ্ৰীশঙ্কৰদেৱে বহু পণ্ডিত আৰু বৈষ্ণৱৰ সংস্পৰ্শত জ্ঞান-অন্বেষণত ব্ৰতী হৈছিল।

তাৰ প্ৰমাণ স্বৰূপে শঙ্কৰৰ বৰগীত ৰচনাত মৈথিলী কবি বিদ্যাপতিৰ মৈথিলী কাব্যৰ ছাঁ দেখা যায়। শ্ৰীৰামানুজাচাৰ্যৰ বিশিষ্টাদ্বৈতবাদৰ আদৰ্শ কিছু পৰিমাণে শ্ৰীশঙ্কৰৰ মতবাদৰ লগত মিল দেখা যায়। এই ভ্ৰমণৰ ফলতেই শঙ্কৰৰ অন্তৰত মূৰ্তি পূজাৰ বাহ্যিক আড়ম্বৰৰ প্ৰতি অনাস্থাৰ উদয় হয়। পৰম পুৰুষ পৰমাত্মাৰ মহান শক্তিৰ প্ৰেৰণা তেওঁ অন্তৰত অনুভৱ কৰে। শ্ৰীক্ষেত্ৰৰ মহাপ্ৰসাদৰ উদাৰ পৰিবেশে শঙ্কৰৰ মনত গভীৰ উদাৰ ভাৱে ৰেখাপাত কৰে; মনৰ মাজত দেশ-কল্যাণ, সমাজ-কল্যাণৰ প্ৰেৰণা অনুভৱ কৰে। জগন্নাথ শ্ৰীক্ষেত্ৰত শুচি অশুচি ভাৱ নাই, মহাপ্ৰসাদত স্পৃশ্য অস্পৃশ্যৰ বিচাৰ নাই। বিশ্বাত্মা পৰমাত্মা বিশ্বব্যাপী জগন্নাথ

বিশ্বময়, এই পৰমাৰ্থ পথে শঙ্কৰৰ মন ব্যাকুল কৰি তোলে। তেওঁ অন্বেষণ কৰে বিশ্ব জগতক আবৰি লব পৰা এটি পৰম উদাৰ ধৰ্মপন্থা। শ্ৰীক্ষেত্ৰৰ মহিমাই মহাপুৰুষক যোগালে ভাগৱতী নাম ধৰ্মৰ মহান প্ৰেৰণা। জগন্নাথ বৰ্ণনাত শ্ৰীশঙ্কৰে গাইছে—

শুনা সামাজিক জন যথা জগন্নাথ কথা
তথা পুণ্য তীৰ্থৰ নিবাস
এহিসে নিৰ্গুণ স্থান তৈতে সিজে যজ্ঞ দান
হৰি হোন্ত তথাতে প্ৰকাশ।

পুৰীৰ দাৰুব্ৰহ্ম বিষ্ণুমূৰ্তি জগন্নাথ পূজা, বিশ্বমূৰ্তি বিষ্ণুপূজা এই বিশ্বাসত দৃঢ় হৈ শঙ্কৰ জগন্নাথ মহাপ্ৰভুৰ শ্ৰীক্ষেত্ৰ স্থানৰ প্ৰতি আকৃষ্ট হৈ তাত ভালে দিন বাস কৰিছিল। কীৰ্তনত ক্ষেত্ৰ স্থানৰ মহিমা বৰ্ণনা কৰিছে—

পাৰ হুই থাকন্তে নগৈলো ক্ষেত্ৰস্থান
ইটো হুই পাৰ বৃক্ষশিপাৰ সমান।

***বিষ্ণুময় জগৎ ঃ***

পৰম পুৰুষ বিষ্ণু-নাৰায়ণ সকলো দেৱৰে সাৰ; বিষ্ণুৰেই একমাত্ৰ গৰাকী। বিষ্ণু-উপাসনাই একমাত্ৰ পৰমপদৰ উপাসনা। এই বিষ্ণুভক্তি প্ৰথমে শ্ৰীক্ষেত্ৰ স্থানতে শঙ্কৰদেৱৰ মনত দৃঢ়তৰ হয়। শ্ৰীমদ্ভাগৱত গীতাৰ বাণীসমূহে এই ভক্তি আৰু দৃঢ়তৰ কৰি তুলিলে।

পিতামহস্য জগতো মাতা ধাতা পিতামহ
বেদ্যং পবিত্ৰমোঙ্কাৰ ঋক সাম যজুৰেবচ।
গতিৰ্ভৰ্তা প্ৰভুঃ সাক্ষী নিবাসং শৰণং সুহৃৎ
প্ৰভবঃ প্ৰলয়ঃ স্থানং নিধানং ধামমব্যয়ম্॥ (গীতা)

ভগবান শ্ৰীকৃষ্ণই কৈছিল—মই জগতৰ পিতা, মাতা, ধাতা,

পিতামহ। মই পবিত্ৰ ওঙ্কাৰ, চাৰিবেদ, গতি, পোষক, প্ৰভু, সাক্ষী, নিবাস, আশ্ৰয়, উৎপত্তি, নাশ। শ্ৰীকৃষ্ণৰ শ্ৰীমুখ নিসৃত এই মহাবাণী শ্ৰীশঙ্কৰৰ অন্তৰত ধ্বনিত হবলৈ ধৰিলে। তীৰ্থলৈ যাত্ৰা কৰাৰ আগতেই শ্ৰীশঙ্কৰে ব্ৰহ্মপুৰাণ, বিষ্ণুপুৰাণ, গীতা, ৰামায়ণ, মহাভাৰত আদি শাস্ত্ৰ বিচাৰি চাই সাৰোগত কৰিছিল শুদ্ধ বিষ্ণু-ভক্তিৰ মহান পথৰ আশ্ৰয়। পিচত বৃন্দাবনলৈ গৈ বৈষ্ণৱসকলৰ সঙ্গলাভ কৰি শ্ৰীকৃষ্ণৰ লীলাভূমিৰ প্ৰভাৱত শ্ৰীকৃষ্ণৰ প্ৰতি থকা প্ৰগাঢ় ভক্তিভাৱ প্ৰেমত পৰিণত হয়। যেতিয়া শ্ৰীশঙ্কৰে শ্ৰীমদ্ভাগৱত গ্ৰন্থখনি পালে, ভাগৱতৰ কৃষ্ণভক্তি ৰসধাৰাই ভাগৱতৰ সুমধুৰ সুৰধ্বনিয়ে শ্ৰীশঙ্কৰৰ প্ৰাণ কৃষ্ণভক্তিৰে আপ্লুত কৰি তুলিলে। বিষ্ণুৰ সকলো অৱতাৰ-ৰূপতকৈ পূৰ্ণব্ৰহ্ম শ্ৰীকৃষ্ণৰ মদনমোহন মনোহাৰী ৰূপে শ্ৰীশঙ্কৰৰ হৃদয় মথিত কৰি পেলালে। কৃষ্ণভক্তিৰ প্ৰেমৰসত ভকতৰ প্ৰাণ আত্মহাৰা হ'ল। কৃষ্ণ-সুন্দৰৰ পৰম মঙ্গলময় সুমধুৰ নাম-ৰসত শঙ্কৰৰ হৃদয় দ্ৰবীভূত হ'ল। আপোন পাহৰা হৈ গালে—

হামি কাহা যাওঁ কৃষ্ণক কৈত পাওঁ।
গোবিন্দ বিনে বৃথা জনম গোৱাওঁ॥ (কীৰ্ত্তন)

শ্ৰীকৃষ্ণৰ মদনমোহন চিৰসুন্দৰ ৰূপ হ'ল কৃষ্ণভক্ত শ্ৰীশঙ্কৰৰ ধ্যানৰ দেৱতা। কৃষ্ণ নাম হ'ল প্ৰাণৰ সাধনা, কৃষ্ণ কৃত্য হ'ল জীৱন কৰ্ম, কৃষ্ণ গুণানুকীৰ্তন হ'ল শ্ৰীশঙ্কৰৰ বাক্য। চিৰ শাশ্বত শ্ৰীকৃষ্ণৰ সুন্দৰ অপূৰ্ব আকৰ্ষণৰ চুম্বক শক্তিয়ে শ্ৰীশঙ্কৰক কৰিলে কৃষ্ণগত প্ৰাণ। কৃষ্ণ প্ৰেমৰ প্ৰবল আকৰ্ষণত শঙ্কৰে পালে কৃষ্ণ-সুন্দৰৰ সৌন্দৰ্য বিহ্বল প্ৰেমৰ অনুভূতি। শ্ৰীশঙ্কৰে শ্ৰীকৃষ্ণক ইষ্টদেৱ মানি কৃষ্ণ-প্ৰেমত নিমগ্ন হৈ নিজৰ জনমভূমি বসুগৰ্ভা অসম দেশত কৃষ্ণ ভক্তিৰ অমিয়া ধাৰা বিলাই দিবলৈ, স্বদেশ স্বজাতিক প্ৰকৃত ভগৱৎ প্ৰেমৰ সত্যৰ সন্ধান দিবলৈ, সত্য সন্ধানৰ সহজ উদাৰ অমিয়া নামধৰ্মৰ বাট দেখুৱাই কৃত্য কৃত্য কৰিবলৈ দৃঢ়ভাৱে সহিষ্ণুতাৰে শঙ্কৰদেৱে আগ বাঢ়িল।

শঙ্কৰদেৱৰ দূৰদৰ্শিতা আছিল বিশাল। শঙ্কৰে বুজিছিল সুমাৰ্জিত সংস্কৃতিতহে সত্যৰ নিৰ্মল সৌন্দৰ্যৰ জেউতিয়ে ৰং চৰাব পাৰিব। সাহিত্যৰ যোগেৰেহে জাতিৰ সংস্কৃতিয়ে গঢ় লয়। সেই বাবেই ধৰ্ম প্ৰচাৰৰ সুবিধাৰ অৰ্থে গীতা-ভাগৱতৰ জটিল সংস্কৃত শ্লোকসমূহ সুললিত কাব্য-ছন্দেৰে সৰল ভাঙনি কৰি শ্ৰীশঙ্কৰে ৰচিলে কীৰ্ত্তন, দশম, ভক্তিৰত্নাকৰ আদি। শঙ্কৰে পাতিলে ধৰ্মৰ হাট; কীৰ্ত্তন-দশমৰ সুললিত সুৰৰ মাজত নিয়োজিত কৰিলে বেদ, উপনিষদ, গীতা, ভাগৱতৰ জটিল ভগৱৎ-ভক্তিতত্বৰ ভাঙনি —যাতে সহজ ৰচনা কীৰ্ত্তনৰ নাম-প্ৰসঙ্গৰ মাজেৰে লোক ঈশ্বৰ ভক্তিপৰায়ণ হব পাৰে। উচ্চ স্তৰৰ ভক্তিতত্বসমূহেৰে শাস্ত্ৰীয় ৰাগপ্ৰধান বৰগীত ৰচিলে। বৰগীত মানে শ্ৰেষ্ঠ গীত। এই গীতসমূহ যেয়ে সেয়ে গাব নোৱাৰে; কাৰণ, প্ৰথমে এই বৰগীত গাবলৈ লাগিব শাস্ত্ৰীয় সঙ্গীত সাধনাৰ স্বৰজ্ঞান। দ্বিতীয়তে, বৰগীতত থকা উচ্চস্তৰৰ বৈৰাগ্যমূলক ভক্তি সৰ্বসাধাৰণৰ কাৰণে সহজে গ্ৰহণীয় নহয়। সেই বাবেই ভাগৱতীসকলে নাম-প্ৰসঙ্গৰ আদিতে অকলৈ ৰাগ, তাল, মানসহ ৰাগপ্ৰধান বৰগীত গোৱাৰ ৰীতি বান্ধি থলে।

শ্ৰীশঙ্কৰদেৱ প্ৰচাৰিত ভাগৱতী ধৰ্মত শ্ৰীৰাধিকাৰ নাম উল্লেখ নাই। শ্ৰীশঙ্কৰৰ উপাস্য দেৱতা একেজন, শ্ৰীমদ্ভাগৱতৰ ভক্তি-পন্থাত পুৰুষোত্তম শ্ৰীকৃষ্ণহে মাথোন; শঙ্কৰৰ ভক্তি-মাৰ্গ শ্ৰীশঙ্কৰৰ বিশিষ্ট অদ্বৈতবাদী। শঙ্কৰৰ ভক্তি পন্থাত দ্বৈত ভাব নাই। সেয়ে শঙ্কৰৰ ভক্তিৰ নাম এক শৰণীয়া ভক্তি। শ্ৰীশঙ্কৰৰ বিৰচিত ৰাসক্ৰীড়া অধ্যায়তো কৃষ্ণ প্ৰেমিকা প্ৰধানা গোপী নামৰহে উল্লেখ পোৱা যায়। বৈষ্ণৱ সমাজত শ্ৰীশঙ্কৰদেৱৰ মতবাদৰ এয়ে বিশেষত্ব। শঙ্কৰৰ ধৰ্ম, শঙ্কৰৰ ভক্তিৰস প্ৰকৃতি-ৰস বিবৰ্জিত।

একোদেৱঃ সৰ্বভূতেষু গূঢ়ঃ সৰ্বব্যাপী সৰ্বভূতান্তৰাত্মা
কৰ্মাধ্যক্ষ্যঃ সৰ্বভূতাদিবাসঃ সাক্ষীচেতাঃ কেবলোনিৰ্গুণশ্চ।
(শ্বেতাশ্বতৰো উপনিষদ)

উপনিষদে কৈছে—"ঈশ্বৰ সত্যপূৰ্ণ, তেওঁৰ বাদে আন একো নাই। তেওঁ জগতৰ সকলোতে আছে। তেওঁ জগতৰ আত্মা, যিমান দেখা যায়, যিমান শুনা যায় সকলো তেৱেঁই। তেওঁ আৰু জীৱ অভেদ। জগতৰ বিনাশ আছে, তেওঁৰ নাই। তেওঁ নিজেই নিজক স্ৰজে, নিজেই নিজক সংহাৰ কৰে। তেওঁ ভূত, প্ৰাণ, ইন্দ্ৰিয় আদি সকলোৰে কাৰণ। তেৱেঁই চৈতন্য, নিৰ্গুণ গুণৰ নিয়ন্তা। তেওঁৰ শত্ৰু-মিত্ৰ নাই। তেওঁ সকলো দেখে, তেওঁক কোনেও নেদেখে।" উপনিষদত তেওঁক সৎচিৎ আনন্দ স্বৰূপ বুলিছে। মাধৱ পুৰুষেও এই শ্লোকৰ সুন্দৰ ভাঙনি দিছে।

নমো নমো নিত্য নিৰঞ্জন নাৰায়ণ শিৱ সনাতন
অনাদি অনন্ত নিৰ্গুণ গুণ নিয়ন্তা
পৰম পুৰুষ ভগৱন্ত নাহি পূৰ্বাপৰ আদি অন্ত
তুমি সে চৈতন্য ঈশ্বৰ ভৱ ভাৱন্তা।

ভগবান বিশ্বব্যাপক, বিশ্বৰ প্ৰাণ চৈতন্য স্বৰূপ, বিশ্বৰ বিস্ময়কৰ লীলা যন্ত্ৰী। দেশ কালৰ তেওঁ কাৰণ স্বৰূপ।

সত্যং জ্ঞানমনন্ত। ( উপনিষদ )

ভগবান নিৰাকাৰ হলেও ভক্তৰ অভিলাস পূৰণৰ বাবে তেওঁ যুগে যুগে মায়া দেহ ধাৰণ কৰি ভক্তৰ মনোবাঞ্ছা পূৰণ কৰিছে। ভকতে যি ৰূপে তেওঁক চাবলৈ অভিলাষ কৰে তেওঁ সেইদৰে ৰূপ পৰিগ্ৰহ কৰি ভকতক শান্ততৃপ্ত কৰে। গীতাৰ একাদশ অধ্যায়ত শ্ৰীকৃষ্ণই যোগাশ্ৰয় কৰি মহাভাৰতৰ কুৰুক্ষেত্ৰ সমৰ থলিত ভীত সন্দিগ্ধ অৰ্জুনৰ মনৰ মোহ আঁতৰাবলৈ বিৰাট বিশ্বৰূপ ধাৰণ কৰি অৰ্জুনৰ মনৰ মোহ আঁতৰাইছিল। অৰ্জুনে বিৰাট বিশ্বৰূপ দেখি কঁপি কঁপি স্তুতি কৰিছিল—

অনাদিমধ্যান্তমনন্ত বীৰ্যম্ অনন্তবাহুং শশিসূৰ্যনেত্ৰম্। (গীতা)

অৰ্জুনে কৈছে—"আদি নাই অন্ত নাই যাৰ শক্তি, অনন্ত বাহু

যাৰ, সূৰ্য-চন্দ্ৰৰূপ চকু মুখ যাৰ, প্ৰজ্বলিত অগ্নিৰ দৰে যিজনে নিজৰ তাপেৰে এই জগতক তাপিত কৰিছে, তোমাক মই এনেকুৱা ভয়ঙ্কৰ ৰূপত দেখিছো প্ৰভু। কোৱা, কোৱা তুমি কোন?"

ভগবানে উত্তৰ দিলে—

কালোহস্মি লোকক্ষয়কৃৎ প্ৰবৃদ্ধো
লোকান্ সমাহৰ্তুমিহ প্ৰবৃত্তঃ। (গীতা)

"হে অৰ্জুন! ময়েই লোকনাশকাৰী প্ৰবৃদ্ধ কাল, মই এই যুদ্ধত লোকনাশ কৰিবলৈ প্ৰবৃত্ত হৈছো।" ভয়ত পেঁপুৱা লাগি অৰ্জুনে প্ৰভুক কলে—"প্ৰভু! মই অতি ভয়াৰ্ত। তোমাৰ প্ৰকৃত ৰূপ ধাৰণ কৰি মোৰ ভয় দূৰ কৰা।

কিৰীটিনং গদিনং চক্ৰহস্তমিচ্ছামি ত্বাং দ্ৰষ্টুমহঃ তথৈব।
তেনৈব ৰূপেণ চতুৰ্ভুজেন সহস্ৰোবাহো ভব বিশ্বমূৰ্তে॥
(গীতা)

হে সহস্ৰবাহু বিশ্বমূৰ্তি! তোমাৰ কিৰীটি গদাধাৰী চক্ৰধাৰী চতুৰ্ভুজ মূৰ্তি ধাৰণ কৰা। মোৰ ভয় দূৰ কৰা প্ৰভু! শ্ৰীকৃষ্ণই ভক্ত অৰ্জুনৰ ভয় দূৰ কৰি ভকতৰ অভিলাষ পূৰণৰ অৰ্থে চতুৰ্ভুজ মোহন মূৰ্তি ধাৰণ কৰি ভকতৰ প্ৰাৰ্থনা ৰাখিলে আৰু কলে—

নাহং বেদৈৰ্ণতপসা নদানেন এ চেজ্যায়া
শক্য এবংবিধো দ্ৰষ্টুং দৃষ্টবানসি মাং যথা।
ভক্ত্যা ত্বনন্যয়া শক্যো হ্যহমেবং বিধোহৰ্জুন
জ্ঞাতুং দ্ৰষ্টুঞ্চ তত্ত্বেন প্ৰবেষ্টুঞ্চ পৰন্তপ॥ (গীতা)

"হে অৰ্জুন! তুমি আজি মোৰ যি ৰূপ দেখিলা—বেদ, তপস্যা, দান আৰু যজ্ঞৰ দ্বাৰাই এই ৰূপ দৰ্শন নহয়। কিন্তু হে অৰ্জুন! মোৰ সম্বন্ধে এনে ধৰণৰ জ্ঞান, এনে ৰূপ দৰ্শন আৰু মোত প্ৰবেশ একমাত্ৰ মোৰ অনন্যা ভক্তিৰ দ্বাৰাহে সম্ভৱ হয়। সেই

কাৰণে, হে পাণ্ডৱ। তুমি যি কৰ্ম সকলো মোত অৰ্পণ কৰি মৎপৰায়ণ হৈ থাকা। যিজন মোৰ ভক্তই আসক্তি ত্যাগ কৰি প্ৰাণী সকলৰ প্ৰতি দ্বেষহীন হয়—সেই জনে মোকেই পায়।"

অদ্বৈতবাদী গীতাৰ মহাবাণীয়েই শ্ৰীশঙ্কৰদেৱৰ ভাগৱতী ধৰ্মৰ মূল ভেটি। শঙ্কৰে অনন্যা শৰণ বা এক শৰণ ভাগৱতী ধৰ্ম নামক ভাগৱতী ধৰ্ম প্ৰচাৰ কৰিলে। ভাগৱতী ধৰ্মৰ মূলতে অব্যভিচাৰিণী ভক্তি। বেদ, তপস্যা, যজ্ঞ সকলো বিসৰ্জন দি একান্তভাৱে দ্বেষৰহিত হৈ সকলো প্ৰাণীৰ প্ৰতি বিষ্ণু-বুদ্ধি কৰি একদেৱ শ্ৰীবিষ্ণুৰ চৰণত শৰণ লবলৈ আহ্বান কৰিছে। শ্ৰীমদ্ভাগৱত গীতাৰ অষ্টাদশ অধ্যায়ত শ্ৰীকৃষ্ণই দিয়া উপদেশেই ভাগৱতী ধৰ্ম।

সৰ্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহং ত্বাং সৰ্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ॥

শ্ৰীশঙ্কৰে ভাঙনি কৰিছে—

সৰ্ব ধৰ্ম এৰি একশৰণ দীক্ষাত।
সুদৃঢ় বিশ্বাসে সখী লয়োক আমাত॥
নাহি কিছো ভয় হেৰা কৰো অঙ্গীকাৰ।
সমস্ত পাপত মই কৰিবো উদ্ধাৰ॥

শ্ৰীমদ্ভাগৱত গীতাৰ নিৰ্দেশিত পথেই মহাপুৰুষৰ ভাগৱতী ধৰ্মৰ নিৰ্মল, সুন্দৰ, উদাৰ পথ। প্ৰত্যেকজন বৈষ্ণৱ সাধকৰ বিষ্ণু-আৰাধনা পথ হলেও বিভিন্ন মাৰ্গত অৱস্থিত। শ্ৰীচৈতন্যদেৱে গোপী-ভাব প্ৰকৃতি ৰূপিণী ৰাধাৰূপে ভাবি শ্ৰীকৃষ্ণক কান্তৰূপে আৰাধনা কৰিছিল। এই ভাবটিক ভাগৱতত মধুৰ ভাব বা ৰস বুলি উল্লেখ আছে। অৰ্জুনে শ্ৰীকৃষ্ণক সখাৰূপে ভজনা কৰিছিল। উদ্ধৱে দাসৰূপে, নন্দ-যশোদাই বাৎসল্যভাৱে, শ্ৰীশঙ্কৰেও উদ্ধৱৰ দাস্য ভাব সখাৰূপে, বান্ধৱৰূপে ভজনা কৰিছিল। কৃষ্ণ

ভক্তিত আপোন পাহৰা হৈ কেতিয়াবা তেওঁ বান্ধব-বাপ ৰূপে সম্বোধন কৰিছে—

মাধব বান্ধব উদ্ধাৰ বাপ
কতনো সহিবো সংসাৰ তাপ। (কীৰ্তন)

জীৱে যেতিয়া ঈশ্বৰ আৰাধনাত মত্তহৈ ঈশ্বৰৰ বিষয়ে চিন্তা কৰিবলৈ ধৰে, জাগতিক চিন্তা পাহৰি আধ্যাত্মিক চিন্তাই যেতিয়া জীৱৰ অন্তৰত ঠাই লয়, তেতিয়া তৃষিত মানৱ আত্মাই বিচাৰে অন্তৰ্জগতৰ উপাস্যজনৰ লগত এটি মধুৰ সম্বন্ধ স্থাপন কৰি লবলৈ। মানৱ-আত্মা অৱলম্বন প্ৰয়াসী। অৱলম্বন বিহীন মানৱ আত্মা থাকিব নোৱাৰে। অনন্ত সৌৰজগতৰ কেন্দ্ৰক অৱলম্বন কৰি গতিশীল এই বিশ্বজগতৰ জীৱকুল আশাক কেন্দ্ৰ কৰি প্ৰগতিত অগ্ৰসৰ। মানৱৰ ক্ষুধিত প্ৰাণেও বিচাৰে অন্তৰ্জগতৰ এটি কেন্দ্ৰ, এটি নিবিড় অৱলম্বন। ই মানুহৰ চিৰন্তন প্ৰকৃতি। নিৰ্গুণ নিৰাকাৰ ব্ৰহ্মক মানুহৰ সীমাবদ্ধ শক্তি আৰু চিন্তাই ঢুকি নেপায়। অৱলম্বনহীন মানৱ চিন্তা লক্ষ্যভ্ৰষ্ট হোৱাৰ সম্ভাৱনা বেছি। সেই বাবেই বৈষ্ণৱ ধৰ্মগুৰু সকলে ভগৱানৰ অনন্ত সত্তাক অৰ্জুনে বিশ্বৰূপ দেখি স্তম্ভিত হৈ বিচৰাৰ দৰে বিচাৰিলে। ক্ষুদ্ৰ চিন্তাশক্তিৰে সীমা বান্ধি লব পৰা সীমাহীন ভগৱৎ ৰূপৰ এটি সসীম ৰূপ। মানুহৰ সসীম প্ৰাণ। অনন্ত অসীমত কল্পনাৰ অতীত চৈতন্য সত্তাৰ আসক্তি অসম্ভৱ। সসীমত আসক্তি হে সম্ভৱ। জড় বা শূন্যত অসক্তি অসম্ভৱ। অৰ্জুনে সুন্দৰতম ৰূপ চাবলৈ ব্যাকুল হোৱাৰ দৰে ভকতৰ অন্তৰো ব্যাকুল হৈ উঠিল, সুন্দৰৰ ধ্যানত সুন্দৰ সত্তাত নিজক বিলীন কৰি দিবলৈ। ভকতৰ হৃদয়ে বিচাৰি ফুৰিছে অন্তৰৰ পৰম তৃষ্ণাত তৃষিত মনৰ মৰু প্ৰাণৰ অমিয়া শান্তি। জীৱকুল শান্তি সন্ধানৰ বাট বিচাৰি নেপাই অপথে বিপথে গৈ লক্ষ্যভ্ৰষ্ট হয়। কৰ্ম-প্ৰবাহত অনন্ত বিশ্বজগৎ সুন্দৰৰ সন্ধানত ব্যস্ত।

শ্ৰীশঙ্কৰে অন্তৰৰ আকুল পিয়াহত অৰ্জুনে বিচাৰি পোৱাৰ দৰে বিচাৰি পালে অনন্ত ৰস সাগৰৰ অমৃত-ভাণ্ড, কৃষ্ণ-প্ৰেম ভক্তিৰ অমিয়া সন্ধান। অনন্ত সত্তাৰ লগত সম্বন্ধ স্থাপন কৰি ঈশ্বৰক আপোন ভাবি পৰম মঙ্গলময়ৰ চৰণত দৃঢ় বিশ্বাস স্থাপন কৰি ভকতে গালে উদ্ধৱৰ দৰে—

তোমাৰ অদ্বৈত ৰূপ পৰম আনন্দপদ
তাতে মোৰ মগ্ন হোক চিত্ত।
ভৈলোহা দাসৰ দাস জানি আৰে নৰহৰি
আমাক নেৰিবা কদাচিত॥

সকলো শাস্ত্ৰ-ভাগৱতৰ সাৰ বাচি শঙ্কৰে পালে নাম কীৰ্ত্তনেই ধৰ্ম। কৃষ্ণ ৰস-সাগৰত বুৰ মাৰি কৃষ্ণলীলা কীৰ্ত্তনত শঙ্কৰ সমাধিস্থ হ'ল। অদ্বৈত-বাদৰ সমুদ্ৰ মন্থন কৰি মায়াক পৰিহাৰ কৰি শঙ্খ, চক্ৰ, গদা, পদ্মধাৰী বিষ্ণুৰ পৰমপদ সাৰ কৰি বোৱাই দিলে ভাগৱতৰ অমৃতময় নিজৰাৰ অমিয়া ধাৰ।

মায়াতেসে দেখায় বিবিধ পৰিচ্ছেদ।
স্বৰূপে তোমাৰ নাহিকে কিছু ভেদ॥

**এক শৰণ ঃ**

চৈতন্য স্বৰূপে ব্যাপি এক নিৰঞ্জন।
তোমাক বুলিবে দ্বৈত কোন অজ্ঞ জন॥
অপৰ তোমাৰ ৰূপ যাত ভুজ চাৰি।
পীতবস্ত্ৰে শোভে শঙ্খ চক্ৰ গদাধাৰী॥ (কীৰ্ত্তন)

শ্ৰীকৃষ্ণই শ্ৰীশঙ্কৰৰ জীৱনৰ একমাত্ৰ আৰাধ্য। ভক্তিৰসৰ নিজৰা শ্ৰীমদ্ভাগৱতকেই একমাত্ৰ শাস্ত্ৰৰূপে সাৱটি ললে। মুক্তিত স্পৃহা-হীন হৈ সৰ্বমন্ত্ৰৰ সাৰ মন্ত্ৰ শ্ৰীকৃষ্ণৰ অমৃতময় নাম, এয়ে শ্ৰীশঙ্কৰৰ ভাগৱতী ধৰ্মৰ প্ৰধান দৰ্শন স্বৰূপ হ'ল।

ভাগৱতী ধৰ্ম্ম—দৈৱকীৰ পুত্ৰ এক কৃষ্ণ মাত্ৰ দেৱ।
ধৰ্ম্ম এক মাত্ৰ সেই দেৱতাৰ সেৱ॥
মন্ত্ৰো এক তান নামে কৃষ্ণ দেৱতাৰ।
ভাগৱতে ইটো কৰিলন্ত সাৰোদ্ধাৰ॥ (ভক্তি-ৰত্নাকৰ)

ভক্ত কবীৰেও—এক শৰণক এইদৰে বখানিছে—

কবীৰ যো এক নাজানিয়া তো সবহি জান অজান
যো ওহি একহি জানিয়া তো সব অজান সুজান।

যি জনে এই একতত্ব নেজানে, তেওঁ কিবা জ্ঞানিলেও নজনা আৰু যেয়ে সেই অদ্বৈত তত্ব জানে তেওঁৰ সকলো জনা হৈ গৈছে। এই অনন্যা শৰণ বা এক শৰণৰ দ্বাৰাইহে ভক্তি-যোগ সম্ভৱ। বহু দেৱতাৰ আৰাধনাত ভক্তি স্থায়ী নহয়। সতী তিৰোতাৰ এক স্বামী ভজনাই প্ৰকৃত সতীত্ব। বহু ভজনাত যেনেকৈ ব্যভিচাৰ ঘটে, সেইদৰে প্ৰকৃত ভকতে একে জনকেই একান্ত মনে আৰাধনা কৰিলেহে প্ৰকৃত ভক্তি যোগৰ সিদ্ধি পায়। শঙ্কৰে কৈছে—

তপ জপ আছে পুৰুষৰ
বহুতো পন্থা মোক্ষৰ।
তাতো কৰি মহামোক্ষৰ অধিক
ভক্তিযোগ মাধৱৰ॥ (ভক্তি-ৰত্নাকৰ)

শ্ৰীমদ্ভাগৱত-গীতাত শ্ৰীকৃষ্ণই কৈছে—

ন সাধয়তি মা যোগো ন সাংখ্য যোগোদ্ধৱ
ন সাধ্যায়স্তপস্ত্যাগো যথা ভক্তিৰ্মমোৰ্জ্জিতা।

শ্ৰীশঙ্কৰে ভাঙনি কৰিছে—

তপ জপ সন্ন্যাস পৰম মহাদানে
নপাৱে আমাক সখি মহা যোগজ্ঞানে
কেৱল ভকতি এক মোক কৰে বশ্য
কহিলো উদ্ধৱ ইটো পৰম ৰহস্য। (ভাগৱত)

শ্ৰীশঙ্কৰদেৱে কৃষ্ণ-ভক্তিতেই যে সকলো দেৱপূজাৰ ফল লাভ কৰিব পৰা যায় তাৰ উল্লেখ কৰিছে গীতাৰ শ্লোক ভাঙনিৰে—

ভাগৱতী ধৰ্মৰ ব্যাখ্যা :—বৃক্ষৰ মূলত যেন দিলে আনি জল
হোৱয় তৃপিতি ডাল পাত পুষ্প ফল।
ডালে ডালে সিঞ্চে যদি মূলত নেদয়
যাক দেই তাৰো এবে তৃপিতি নহয়॥ (গীতা)

উপদেশ :— তৰ্ক বেদাগম জ্ঞান যোগ বল
পুৰুষক কৰে অন্ধ।
কৌটি কৌটি জন্মে মোক নজানিব
ইহাত যাৰ প্ৰবন্ধ।
হেন জানি সখি দূৰতে তেজিয়ো
ই সব শাস্ত্ৰৰ চিন্তা
যেবে মোক পাইবা সদায় শুনিবা
মহাভাগৱত গীতা।

ভাগৱতী ভক্তি :—

হুয়া শুদ্ধজন অতি সকল ইন্দ্ৰিয় বৃত্তি
বিষ্ণুত সযত্নে প্ৰবৰ্ত্তয়।
নবাঞ্চয় একোকাম জানিবা তাহাৰ নাম
ভাগৱতী ভকতি উত্তম॥

ভাগৱত শাস্ত্ৰ অধ্যয়নকাৰীজনক ভাগৱত আখ্যা দিছে—ভগবানৰ ওপৰোক্ত আৰাধনাৰ নামেই ভাগৱতী ধৰ্ম নামে শ্ৰীশঙ্কৰৰ ধৰ্ম। পৰম শুদ্ধ ভাগৱতী ধৰ্মৰ যি সাৰতত্ত্ব, বৈদিক যুগৰে পৰা আবাহমান কাল সেয়ে সনাতন ধৰ্ম, একে সাৰতত্ত্ব। পৃথিবীৰ সকলো ধৰ্মৰে মূল একেতত্ত্ব এক মূল সাৰাংশৰ ধ্বনি। এই ধৰ্মই মানবীয় সনাতন ধৰ্ম। যাক ভগবান শ্ৰীকৃষ্ণই স্বধৰ্ম বুলি উল্লেখ কৰিছে। এই ধৰ্মই কোনো ধৰ্মক হিংসা, নিন্দা, হেয় জ্ঞান কৰিবলৈ হাক

দিছে। সাৰ্ম্যদৃষ্টিৰে জগতৰ সকলো ধৰ্মলৈকে শ্ৰদ্ধা জনাবলৈ কৈছে। শঙ্কৰদেৱৰ ভাগৱতী ধৰ্মৰ সুন্দৰ উপদেশাৱলীতেই ভাগৱতী ধৰ্মৰ উদাৰ নিদৰ্শন চিৰ সমুজ্জ্বল হৈ জগতক আহ্বান কৰিছে।

'অৰ্জুনৰ প্ৰতি শ্ৰীকৃষ্ণৰ বাণী' —ভক্তি প্ৰদীপ

হুয়া শুচি কৰা নিতে মনক সংযম।
দিয়া দান সমস্তকে বুদ্ধি কৰি সম॥
পৰৰ ধৰ্মক নিহিংসিবা কদাচিত।
কৰিবা ভূতক দয়া সকৰুণ চিত॥
হুইবা শান্তচিত সৰ্বজন বৎসল।
এহি ভাগৱত ধৰ্ম জানা মহাবল॥

ভাগৱতী ধৰ্মৰ মূল ভেটি চিত্ত শুদ্ধতা। বিশ্বৰ সকলো ধৰ্ম সনাতন ধৰ্ম। বৌদ্ধ ধৰ্মকে ধৰি আমি যিবোৰক ভিন ধৰ্ম বোলো সেই ধৰ্মবোৰৰো চিত্তশুদ্ধতাই মূল ভেটি। ভাগৱতী ধৰ্মই অন্তৰৰপৰা কাম, ক্ৰোধ, লোভ, মোহ, মদ, মাৎসৰ্য এই ছয় ৰিপুৰ বশবৰ্তিতা স্বীকাৰ নকৰি সকলো ধৰ্ম, কৰ্ম, চিন্তা, বাক্য আনকি নিজ দেহকো পৰম আৰাধিত শ্ৰীকৃষ্ণৰ চৰণত সমৰ্পণ কৰি প্ৰভুৰ প্ৰেৰিত বুলি সুখ-দুখ প্ৰভু কৃষ্ণৰ দান বুলি সাদৰে শিৰত তুলিলৈ সংসাৰী, গৃহী, বৈৰাগী যি কোনো অৱস্থাৰ লোকে পৰম মঙ্গলময় শ্ৰীকৃষ্ণ চৰণ চিন্তি ঈশ্বৰ কৃষ্ণৰ সুমঙ্গল সুমধুৰ নাম-কীৰ্তন কৰিবলৈ দিয়া শ্ৰীশঙ্কৰৰ উপদেশেই ভাগৱতী ধৰ্ম পালনৰ পন্থা। শ্ৰীশঙ্কৰৰ মতে শ্ৰীমদ্ভাগৱতৰ নৱবিধা ভক্তি পথেৰে ভাগৱতী ধৰ্ম আচৰণ কৰিবলৈকো নিৰ্দেশ দিছে।

***নৱবিধা ভক্তি ঃ***

শ্ৰৱণ কীৰ্তন স্মৰণ বিষ্ণুৰ অৰ্চন পদসেৱন।
দাস্য সখীত্ব বন্দন বিষ্ণুত কৰিবা দেহাৰ্পণ॥
(কীৰ্তন)

ব্যাখ্যা—শ্ৰৱণ—সাধু সঙ্গত হৰিকথা তথা জনকল্যাণকৰ সৎ আলোচনা।

কীৰ্তন—নিজে হৰি-কীৰ্তন, সৎ আলোচনা, আত্মাৰ মঙ্গলকৰ গীত কৰা।

বিষ্ণু স্মৰণ—অন্তৰত হৰি-ৰূপ ধ্যান, সৎ চিন্তা, বিশ্ব-কল্যাণ, জন-কল্যাণ।

চিন্তা—( পদসেৱা ) মানসিক আৰাধ্যৰ পদসেৱা জীৱসেৱা।

অৰ্চন—ভগৱন্তৰ উদ্দেশ্যে ভক্তি-অনুৰাগেৰে পত্ৰ-পুষ্পে আৰাধ্যৰ চৰণ পূজা, সৰ্বজীৱে অৰ্চনা। দাস্য—ভগৱন্তৰ কিঙ্কৰ বুলি ভাবা। অন্তৰ্যামীৰ অনুপ্ৰেৰণাৰে পৰিচালিত হোৱা। সখ্য—অন্তৰ্যামী ভগৱন্তক পৰম সুহৃদ জ্ঞানে অন্তৰতম জ্ঞানে বিশ্বাস ৰাখি, সৰ্বজীৱক সুহৃদ জ্ঞান কৰা। বন্দন—আৰাধ্যৰ উদ্দেশ্যে স্তুতি, প্ৰাৰ্থনা, নমস্কাৰ, গীত-নৃত্যৰে আত্ম নিবেদন সদালাপ। অৰ্পণ—আৰাধ্যৰ চৰণত সৰ্বস্ব সমৰ্পণ কৰি একান্ত নিৰ্ভৰতাৰে নিজক আৰাধ্যৰ চৰণত সম্পূৰ্ণ ৰূপে নিবেদন কৰা। এয়ে শ্ৰীমদ্ভাগৱতৰ নৱবিধা ভক্তিৰ পন্থা। এই নৱবিধা ভক্তিৰ ক্ৰমেই শ্ৰীশঙ্কৰৰ শ্ৰীমদ্ভাগৱত কৃত ভাগৱতী ধৰ্মৰো ক্ৰম বা পন্থা। যিজনে এই নৱবিধা ভক্তি আচৰণ কৰি পৰম পুৰুষ পৰম আত্মা শ্ৰীকৃষ্ণৰ চৰণত শৰণাপন্ন হয়—শঙ্কৰৰ মতে সেই জনেই মহাভাগৱত বা ভাগৱতী ভকত ধৰ্মানুগামী।

শ্ৰীকৃষ্ণৰ ভক্তিত বাচবিচাৰ নাই। পৰম আৰাধ্যাম শ্ৰীকৃষ্ণৰ চিন্তাৰ সকলো মানৱেই অধিকাৰী। এই ধৰ্মত উচ্চ-নীচ নাই, ধৰ্মী-বিধৰ্মী নাই; পাপী-তাপী, চণ্ডালৰো কৃষ্ণ ভক্তি কৰিবলৈ অধিকাৰ আছে। যি হেতু জীৱাত্মাৰূপী মানৱৰ পৰামাত্মাৰূপে শ্ৰীকৃষ্ণ প্ৰত্যেক দেহৰ অন্তৰত বিদ্যমান। শঙ্কৰদেৱৰ দিব্যদৃষ্টিত এই সাম্যভাৱে ধৰা পৰিছিল। তেওঁ কৈছে—

নালাগে ভক্তিত দেৱদ্বিজ ঋষি হুইবে।
নালাগে সংস্কৃত শাস্ত্র বিস্তৰ জানিবে॥
তপজপ যজ্ঞ দান সবে বিড়ম্বন।
কেৱল ভক্তিত তুষ্ট হোন্ত নাৰায়ণ॥ (কীৰ্ত্তন)
জাতি অজাতিক নবাচন্ত ভগবন্তে।
পশু পক্ষী বৃক্ষ মোক্ষ পাৱে যাত হন্তে॥ (দশম)
চণ্ডালোপি দ্বিজ শ্রেষ্ঠো হৰি ভক্তি পৰায়ণঃ।
হৰি-ভক্তি বিহীনশ্চ দ্বিজোঽপি শ্বপচাধমঃ॥

অৰ্থাৎ, হৰি-ভক্তি পৰায়ণ চণ্ডালো দ্বিজ-শ্ৰেষ্ঠ হয়। হৰি-ভক্তিশূন্য দ্বিজো চণ্ডালতকৈও অধম বুলি শাস্ত্ৰত উল্লেখ আছে।

শঙ্কৰৰ ভক্তিত মুক্তিক হেয় কৰাহে দেখা যায়। তেওঁ ভক্তি-ৰস সুধা পানত নিমগ্ন হৈ মুক্তিক বাঞ্ছা কৰা নাই, বৰঞ্চ মুক্তি আকাঙ্ক্ষা ভক্তিৰ পৰিপন্থী অন্তৰায় হে বুলিছে। ভাগৱততো মুক্তিক পিশাচী আখ্যা দি হেয় কৰি দেখুৱাইছে।

ভক্তি মুক্তি স্পৃহা যাবৎ পিশাচী হৃদিবৰ্ত্ততে।
তাবদ্ভক্তি মুখস্যাত্ৰ কথমভ্যুদয়ো ভবেৎ॥ (ভাগৱত)

অৰ্থাৎ মুক্তিৰূপা পিশাচী যেতিয়ালৈকে হৃদয়ত বৰ্ত্তমান থাকে তেতিয়া সেই হৃদয়ে কেনেকৈ ভক্তি-সুখৰ আস্বাদ পাব পাৰে? মুক্তিকামী সকলৰ স্বৰ্গ সুখো ভক্তি সুখৰ আগত নগণ্য ৰূপে দেখা দিয়ে। এই মুক্তি সুখ ভোগ কৰাৰ পিচত জীৱই পুনৰাই সংসাৰলৈ আহিব লগা হয়। মুক্তিকামীসকলৰ মুক্তি ফল আৰু ভয়াবহ, যিহেতু ইয়াৰ দ্বাৰাই জীৱৰ আত্মবিলোপ সৰ্বনাশ সাধিত হয়।

শঙ্কৰে কৈছে—

মুকুতিত কৰি যেন ভকতি গৰিষ্ঠ অতি
কহো শুনা সাৱধান মনে।

সাযুজ্য মোক্ষক মোৰ নবাঞ্ছয় কদাচিত
আমাৰ একান্ত ভক্তজনে ॥

ভকত প্ৰহ্লাদে নৃসিংহক কোৱাৰ দৰে—

তোমাৰ অ কাম ভক্ত আমি।
তুমিও নিষ্কাম মোৰ স্বামী ॥ ( কীৰ্তন )

শ্ৰীশঙ্কৰে এই আদৰ্শকেই অকাম ভক্তি বুলিছে—

জ্ঞান কৰ্ম কহিলো ভকতি কৰি ভেদ।
ভকতি পৰম পন্থ দিলো পৰিচ্ছেদ ॥
নাহিকে উত্তম গতি ভকতিত পৰে।
নিষ্টে কহো ভকতিতে মোক বশ্য কৰে ॥ ( ভাগৱত )

প্ৰেমভক্তিৰ প্ৰগাঢ় লক্ষণত ভক্তৰ অন্তৰ ভাবাবেগত আপ্লুত হৈ পৰে, প্ৰিয়তমৰ নাম শুনিলে ভকতৰ শৰীৰ ৰোমাঞ্চিত হয়। চকুৰ লোতক নিজৰি শৰীৰ অথিৰ হয়—

প্ৰেম ভকতিৰ চিহ্ন শুনিয়ো উত্তৰে।
হৰি হৰি বোলন্তে লোতক যাৰ ঝৰে ॥
মোৰ কথা শুনন্তে শৰীৰ ৰোমাঞ্চিত।
জানা তাৰ পৰম পবিত্ৰ ভৈল চিত ॥

*　　*　　*　　*

মোক লাগি প্ৰেম উপজিল যাৰ মনে।
নেড়ো সখি তাহাৰ হৃদয় সৰ্বক্ষণে ॥ ( ভাগৱত )

কৃষ্ণ-ভকতৰ প্ৰেমভক্তিৰ প্ৰগাঢ়তাত এনেবোৰ লক্ষণে দেখা দিয়ে। কৃষ্ণ-সূৰ্য উদিত হৃদয়ৰ সকলো এন্ধাৰ মলিনতা দূৰ হৈ যায়। নিৰ্মল হিয়াত কৃষ্ণসুন্দৰৰ নিৰ্মল জ্যোতি ফুটি উঠে, ভকতে পাই সেই পৰম জ্যোতিৰ পৰশ ; দেখে এতেকে জীৱ দেহত, গছ, লতা, তক, তৃণ, পতঙ্গতো সুন্দৰ চৈতন্য স্বৰূপৰ বিশ্বভুবন জোৰা ৰূপৰ

জেউতি ভকতে অনুভব কৰে। পৰম সুন্দৰৰ প্ৰেমৰ পৰশেৰে, সুন্দৰৰ ৰূপেৰে পূজাৰীৰ/ হিয়া উপচি যায়। মহাপুৰুষ শঙ্কৰে উল্লেখ কৰিছে—

কুক্কুৰ চণ্ডাল গৰ্দভৰো আত্মাৰাম।
জানিয়া সবাকে পৰি কৰিবা প্ৰণাম॥

*　　*　　*　　*

বিষ্ণুময় দেখে যিটো সমস্ত জগত।
জীৱন্তে মুকুত হোৱে অচিৰ কালতে॥ (কীৰ্তন)

শঙ্কৰৰ উদাৰ মতৰ দৰে এনেধৰণৰ উদাৰ মতবাদ কোনো ধৰ্ম গুৰুৰ ধৰ্ম-পন্থাত দেখা নাযায়। তেওঁ হৰি ভক্তিক ইমান উচ্চস্থান দিছিল যে, যি জনেই পৰম মঙ্গলময় ৰামকৃষ্ণ নাম লয় তেওঁৱেই শুদ্ধ হয়। আনকি নিকৃষ্ট কৰ্মকাৰী জ্ঞানহীন চণ্ডালো হৰি-কীৰ্তনত সুপবিত্ৰ হৈ যজ্ঞ কৰিবৰ অধিকাৰী হব পাৰে। যদিও উক্ত সকলো ভাগৱত শাস্ত্ৰ বাক্য, তথাপি শ্ৰীশঙ্কৰে বাচি বাচি আনি দেশ কাল পাত্ৰ খাপ খুৱাই, শুদ্ধ ভাগৱতী ধৰ্ম নামে এই মহান উদাৰ ধৰ্ম অসম দেশত প্ৰচাৰ কৰিলে। সমাজত ধৰ্ম সংকীৰ্ণতাৰ পাপ সোমাই দেশক ক্ৰমশঃ নিম্নগামী, উশৃঙ্খল কৰি তুলিছিল, সেই সময়ত সেই সুদূৰ যুগ চাৰি পাঁচ শ বছৰৰ আগত এই মহাপুৰুষ জনাই অসমৰ পৰ্বত-ভৈয়াম জুৰি নিৰক্ষৰ পৰ্বতীয়া জাতিৰ মাজতো এই উদাৰ ভাগৱতী ধৰ্ম বিলাই দেশক পোহৰৰ বাট দেখুৱাবলৈ সমৰ্থ হৈছিল। শ্ৰীশঙ্কৰৰ ভাগৱতী ধৰ্মৰ উদাৰ মতে পৰ্বতীয়া ভোট, গাৰো, অকা, নগা, দফলা আনকি যবন জাতিকো সামৰি লৈ ভাগৱতী ধৰ্মত শৰণ দি সদৌ অসমক ভাগৱতী ধৰ্মাৱলম্বী কৰি তুলিছিল। দৃঢ়ভাৱে উপলব্ধি কৰিছিল, হৰি ভক্তিয়ে স্থান কাল পাত্ৰ বিচাৰ নকৰি মানবীয়তাৰ বাটলৈ আগুৱাই নিবলৈ সমৰ্থ।

চণ্ডালো হৰি নাম লবে মাত্ৰ।
কৰিবে উচিত যজ্ঞৰ পাত্ৰ॥ (কীৰ্ত্তন)

শ্ৰীশঙ্কৰৰ দিব্যদৃষ্টিত জিলিকি উঠিছিল সমন্বয় ধ্ৰুব পথ। সকলো ধৰ্মৰে সাৰ গোটাই গীতা-ভাগৱতৰ সাৰ আহৰণ কৰি এনে এটি শঙ্কৰদৰ্শনৰ উদাৰ ধৰ্মমত সৃষ্টি কৰিছিল যাতে দেশখনে সকলো ভেদাভেদ পাহৰি সকলো ধৰ্ম-বৈষম্যৰ হেঙাৰ ভাঙি নাম-কীৰ্তনৰ মাজেৰে চিত্তৰ শুদ্ধতা আনিব পাৰে; এই প্ৰকৃতিৰ লীলাভূমি অসম ভৈয়াম-পৰ্বতৰ চাৰিও জাতিয়ে যাতে একে গছি নাম-কীৰ্তনৰ মিলন সূতাৰে বান্ধ খাই ভাতৃভাবত অনুপ্ৰাণিত হৈ শক্তিশালী, ঐক্যবদ্ধ, সুসভ্য, সুসংস্কৃতিযুক্ত জাতি এটা গঢ়ি তুলিব পাৰে; সেই পৰম উদাৰ ধৰ্ম-পথেই হ'ল ভাগৱতী ধৰ্ম-পথ। নামৰ প্ৰভাবত উচ্চ-নীচৰ ভাব আঁতৰি যাব। ধনী-দুখীয়াৰ ভাব নাথাকিব, পণ্ডিত-মূৰ্খৰ তাৰতম্য নাথাকিব। এই উদাৰ ভাগৱতী ধৰ্মসেৱীসকলৰ নাম সমূহীয়াভাৱে ৰখা হ'ল 'ভকত', নাম-ধৰ্মী সকলোৱেই ভকত। দহ ভকতৰ সেৱা, এইটো প্ৰত্যেক জন অসমীয়াই ঈশ্বৰ-সেৱা বুলি দৃঢ়ভাবে মানে। সৰ্বসাধাৰণৰ পৰ্শা-পৰ্শৰ দোষ বৰ্জিত কৰিবলৈ এই সমূহীয়া নাম-কীৰ্তনৰ প্ৰসাদ ব্যৱস্থা কৰা হ'ল—ফল-মূল, বুট-মাহ, গাজী যাতে কোনো উচ্চ-নীচৰ মাজত এই প্ৰসাদৰ পৰ্শাপৰ্শ দোষ ভাব নাথাকে। শঙ্কৰৰ মত—

নোহো জানা আমি চাৰি জাতি
চাৰিও আশ্ৰমী নোহো আতি
নোহো দানশীল তীৰ্থব্ৰত অনুগামী।
কিন্তু পূৰ্ণানন্দ চৰণৰ গোপীভৰ্তা পদ কমলৰ
দাসৰো দাস তান দাস ভৈলো আমি॥ (কীৰ্ত্তন)

এয়া শঙ্কৰদেৱৰ আবিষ্কৃত সৰ্ব ধৰ্ম, সৰ্ব ভেদ সমন্বয়ৰ উদাৰ

পথ। এনে সমন্বয় ব্যৱস্থা কোন দেশত আছে? বহু বিভিন্নতাৰ মাজত অভিন্নতা, বহু ভেদৰ মাজত এনে মিলন, বন্ধনৰ মধুৰ সমন্বয়তা অসমৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ দূৰদৰ্শিতা সম্পন্ন বিশাল দৃষ্টিতহে সম্ভব হব পাৰিছিল। আজি পাঁচশ বছৰৰ আগৰ এই পুণ্যভূমি অসম দেশত শঙ্কৰদেৱৰ ভাগৱতী ধৰ্মৰ ছাঁ মাথোন জাতিৰ পিতা বাপুজীৰ উদাৰ মতত জিলিকি উঠিছিল। কিন্তু দুয়োজনৰ দৃষ্টিভঙ্গীৰ সাদৃশ্য থাকিলেও লক্ষ্য স্থল আছিল সুকীয়া, যদিও মানবীয়তা বিকাশৰ দুয়োজনৰেই একে পথ বুলি কব পাৰি। দেশক চিত্ত শুদ্ধিৰ বাটেৰে, অহিংসাৰ বাটেৰে অগ্ৰসৰ কৰাই দুয়োজনৰে মূল লক্ষ্য। জীৱ-প্ৰেম, জীৱ-সেৱা, সমূহীয়া প্ৰাৰ্থনা, চাপৰি বজাই নাম-কীৰ্তন কৰা, বহুনীতিৰ দুয়োজনৰে ভিতৰত মিল দেখা যায়। নম্ৰতা এটি ভাগৱতী লক্ষণ—

ভাগৱতৰ বাণী— তৃণাদপি সুনিচেন তৰোৰিব সহিষ্ণুতা।
অমানিনাং মানদেন কীৰ্তনীয়ঃ সদাহৰিঃ॥

তৃণৰ দৰে নম্ৰতা, তৰুৰ দৰে সহিষ্ণুতা অৱলম্বন কৰি ভগবানৰ নাম-কীৰ্তন কৰিবলৈ দিয়া ভাগৱতৰ উপদেশ ভাৰত গুৰু বাপুজী আৰু আমাৰ গুৰু শ্ৰীশঙ্কৰদেৱৰ প্ৰত্যেক বাণীতেই উচ্চাৰিত। শঙ্কৰে অসম গঢ়িলে। শঙ্কৰে অসমক বিশাল উদাৰ ভাগৱতী ধৰ্মপথ দেখুৱাই সৰ্ব-অসমক সাৱটি লোৱা পথ দেখুৱালে। ধৰ্ম, কলা, সাহিত্য, সংস্কৃতিৰ বিকাশ ক্ষেত্ৰত শঙ্কৰৰ দান অতুলনীয়। শঙ্কৰে পাঠ কৰিছিল অসমৰ প্ৰাণৰ ভাষা, প্ৰকৃতিৰ সুৰৰ লগত খাপ খুৱাই গঢ়িলে বৰগীত, ঘোষা, দুলড়ী, লেচাৰি, পদ, ভটিমা। খোল, ভোৰতাল, ডবা, বৰকাঁহ সাজি, নাট ৰচি, পট আঁকি, অসমৰ সৰ্ব-সংস্কৃতি বিকাশৰ গুৰি ধৰি—নাটে, ভাওনাই, সুৰে, তালে, সত্ৰীয়া নৃত্যৰে যুগমীয়া কাব্য সাহিত্যৰ সোণৰ দোল বান্ধি দিলে। আজিও সেই সুদূৰ পাঁচশ বছৰৰ

আগৰে পৰা আজিৰ উন্নতশীল যুগলৈকে শঙ্কৰ-প্ৰতিভা-গৌৰৱৰ সোণৰ কলচী জিলিকি আছে আৰু জিলিকি থাকিব।

জয় গুৰু শঙ্কৰ সৰ্ব গুণাকৰ
যাকেৰি নাহি উপাম। ( মাধৱদেৱ )

কবিৰ ভাষাৰে কওঁ—

তোমাৰ জীৱনী দেৱ লিখে এনে সাধ্যকাৰ,
গোটেই অসম জুৰি বিস্তৃত জীৱনী যাৰ।
( যতীন দুৱৰা )

( যোৰহাট শ্ৰীশঙ্কৰ পঞ্চশত বাৰ্ষিকীত
পঠিত সভানেত্ৰীৰ ভাষণ।
অক্টোবৰ মাহ, ১৯৪৯ চন। )

# সাহিত্যৰ উৎস

কোন অনাদি যুগৰ আদিম উষাৰ অৰুণালোকত নীৰৱতাময় নিস্তব্ধ ব্যোম মণ্ডল ভেদি জাগি উঠিছিল সৃষ্টিৰ আনন্দ উন্মাদনা। মহাব্যোম মণ্ডলত প্ৰথমেই শব্দ বা নাদধ্বনি ওঁ শব্দধ্বনিতে স্পন্দিত হবলৈ ধৰিলে মহাবিশ্ব। মহতী মহানাদ শব্দত বিশ্ব-সমুদ্ৰত কঁপনি উঠিল; বিচিত্ৰ কম্পন বা আলোড়নত সৃষ্টিয়ে পাতনি মেলিলে। সৃষ্টি-স্পন্দনত ৰূপললে সবিত্ৰী মণ্ডল—সূৰ্য, চন্দ্ৰ, তাৰকা, সৌৰমণ্ডল, সীমাহীন নীহাৰিকা; সৃষ্টি হ'ল দ্যুলোক, ভূলোক, পৃথিবী, মহা সমুদ্ৰ কল্লোল, নদনদী, পৰ্ব্বত-প্ৰান্তৰ স্থাবৰ-জঙ্গম আৰু ক্ৰমে ক্ৰমে উৎপত্তি হ'ল পৃথিবীৰ জীৱকুল। মহা আলোড়নত মহা প্ৰকৃতিয়ে নতুন নতুন ৰূপ ধাৰণ কৰি ষড়ঋতুৰে সজালে ষোড়শোপচাৰে।

শেষত সৃষ্টি হ'ল বিধাতাৰ শ্ৰেষ্ঠ সৃষ্টি—মানুহ। মানুহ জীৱনত ক্ৰমবিকাশ আৰম্ভ হ'ল, পশুত্বৰ পৰা মানৱত্ব আৰু দেৱত্ব; ত্ৰিবিধ অৱস্থা প্ৰাপ্ত মানুহৰ প্ৰগতিৰ বিৰাম নাই। বিশ্বতৰঙ্গৰ বিশাল প্ৰবাহৰ প্ৰতিক্ৰিয়াত মানুহৰ মস্তিষ্কত চিন্তাধাৰা নব ৰূপে ৰূপায়িত হবলৈ ধৰিলে। মানুহ হল সৃষ্টিৰ প্ৰতীভূ। মানুহৰ সবেগী মন প্ৰগতিৰ পথত তীব্ৰ গতিৰে আগবাঢ়িল পূৰ্ণবেগে সৃষ্টি স্থিতি প্ৰলয়ৰ সীমা বিচাৰি। মানুহৰ জীৱনতেই সৃষ্টি-সুৰ নিত্য প্ৰত্যক্ষ। প্ৰত্যেক মানুহৰ স্বভাবৰ সীমাৰহস্য থাকিলেও অধিকাৰী ভেদে বিভিন্ন। বৈচিত্ৰ্যময় মানুহ জীৱন বিভিন্ন শক্তিৰে ক্ৰিয়াশীল মানুহৰ উৰ্বৰ মস্তিষ্ক। মানুহ মন সদায় দুটি অৱস্থাত অৱস্থিত। এটা চেতন মন আনটো অৱচেতন মন। চেতন আৰু অৱচেতন মনৰ

ক্ৰিয়া মস্তিষ্কমন আৰু প্ৰাণৰ লগত বিজড়িত। সচেতন মনে বিশ্বৰ বিবিধ চিত্ৰ, আলোড়নৰ প্ৰতিক্ৰিয়া সমূহ অৱচেতন স্তৰলৈ কঢ়িয়াই লৈ যায়; বাস্তব দৃষ্টিৰ ৰূপ সৌন্দৰ্য অনুভূতি অন্তৰ্দৃষ্টিলৈ কঢ়িয়াই কঢ়িয়াই নি সৃষ্টিৰ সমল যোগায়। মানবৰ চেতন আৰু অৱচেতন মনৰ মাজতেই ৰূপ সৃষ্টিৰ সঁজুলি লুকাই থাকে। মানুহ সত্তা সপ্তস্তৰ বা ভূমিৰ অধিকাৰী। মানুহৰ মননশক্তি বিজুলী শক্তিৰ দৰেই শক্তিশালী। মানৱ সত্তাত অৱস্থিত সপ্তকোষ বা ভূমিকোষ বা সপ্তস্তৰত যোগস্থাপন কৰি মনৰ বিজুলী শক্তিয়েই নানা ৰূপে ৰূপান্তৰিত কৰিবলৈ সমৰ্থ। মনৰ সহায়েৰেই মানুহে বিভিন্ন স্তৰলৈ গতি কৰে। স্থূল মন বিভিন্ন স্তৰলৈ গতি কৰি বিভিন্ন স্তৰৰ স্পৰ্শত বিভিন্ন ৰূপত ৰূপায়িত হব পাৰে। মনে উৰ্দ্ধস্তৰলৈ গতি কৰিলে ক্ৰমশঃ স্তৰে স্তৰে উৰ্দ্ধগামী মনে স্থূলত্ব পাহৰি উচ্চস্তৰত পূৰ্ণতা লাভ কৰে। বহু সাধনাৰ পিচত কদাচিতহে উৰ্দ্ধগামী মনে প্ৰাণময় কোষ বা স্তৰ এৰি জ্ঞান-বিজ্ঞানময় স্তৰ স্পৰ্শ কৰিবলৈ সমৰ্থ হয়। আনন্দময়কোষ বা শেষ স্তৰত জগতৰ মহাপুৰুষ সকলহে অৱস্থান কৰিবলৈ সমৰ্থ হৈছিল। সৰ্বসাধাৰণ মানব মনে জ্ঞান-বিজ্ঞানময় স্তৰ ভেদ কৰিবলৈ যত্নশীল হলে কৃতকাৰ্য হ'ব পাৰে। কদাচিৎ কোনোবা যোগী ধ্যানী মহাতপস্বীজনে আনন্দময় কোষ বা স্তৰলৈ যদি গতি কৰিব পাৰে সেইজনৰ দেহ গতি স্তম্ভিত বা ৰুদ্ধ হৈ পৰে; এনে অৱস্থানত আনন্দময় ধামত মানবআত্মা অৱস্থিত হৈ আনন্দৰস সমুদ্ৰত নিবিড় সমাধি যোগে আনন্দৰস পানত নিমগ্নহৈ আনন্দস্বৰূপ প্ৰাপ্ত হয়। উপনিষদে এই ৰস সমুদ্ৰত নিমজ্জন অৱস্থানক 'ৰসোবৈসঃ' বুলি কৈছে। সত্য সাধকসকলৰ সত্য উপলব্ধি উন্মাদৰ প্ৰলাপ নহয়, এই সত্য চিৰসত্য। এই পুণ্য জ্ঞানভূমি ভাৰতবৰ্ষৰ সাধনা সঞ্জীৱনী মন্ত্ৰ ভাৰতীয় চিৰন্তন সত্য দৰ্শনৰ অভিনৱ পন্থা, বহু প্ৰমাণেৰে সমুজ্জ্বল।

সচৰাচৰতে মানৱ সত্তাৰ তিনিটি কোষ* বা স্তৰত অৱস্থানৰ ক্ৰিয়া সততে প্ৰত্যক্ষ কৰা যায়। মানৱৰ দৈনন্দিন জীৱন-নিৰ্বাহৰ কৰ্ম স্থূলদেহৰ যাবতীয় অনুভূতি অন্নময় কোষৰ সহায়েৰে সমাধা হয়। স্থূল জগতত মনৰ অনুভূতিৰ হৰ্ষ-বিষাদৰ ক্ৰিয়াসমূহ ক্ষুধা, তৃষ্ণা আৰু তৃপ্তিত অনুভূতি প্ৰথমে মনোময় কোষ বা স্তৰত তৰঙ্গায়িতহৈ প্ৰাণৰ লগত সহযোগ কৰি প্ৰকাশ হয়। এই ক্ৰিয়াসমূহ মনোময় স্তৰ আৰু প্ৰাণময় স্তৰৰ সংযোগত সাধিত হয়। এই ত্ৰিবিধ ক্ৰিয়াৰ অধীনত বহিঃ প্ৰকৃতি আৰু অন্তঃ প্ৰকৃতিৰ ক্ৰিয়া প্ৰকাশ হয়। মানৱ জীৱনৰ সুখ-দুখ অনুভূতিসমূহ যেতিয়া বিচাৰত উপনীত হয়, এই বিচাৰসমূহৰ লগত বিবেকৰ সংযোগ স্থাপন হয়, এনে অৱস্থাত মানৱ-মনে জ্ঞানময় কোষ স্পৰ্শ কৰিবলৈ সমৰ্থ হয়। সুখ, দুখ, অনুভূতিসমূহক কেন্দ্ৰ কৰি জ্ঞানময় কোষত অৱস্থিত মানসত কেতিয়াবা কোনোবা শুভমুহূৰ্তত গভীৰ মৰ্ম কোষ ভেদ কৰি মনতে অনুভৱ কৰে কোমল সূক্ষ্মতম কল্পনাময় 'বেদন' বা অনুভূতি ; সেই শুভক্ষণত খন্তেকলৈও মানব মনে পাহৰে স্থূল অৱস্থান, প্ৰাণত লাগে আনন্দৰ শিহৰণ, মনত লাগে পুলকৰ পৰশন। প্ৰাণৰ মাজত অজ্ঞান আত্মপ্ৰসাদৰ অনুভৱ হয়। এইটি মানৱ-জীৱনৰ শুভ-মুহূৰ্ত বুলিব পৰা যায়। যিহেতু মানব চিত্তৰ তৰঙ্গ-কম্পনসমূহ মনোময় ভূমিত অৱস্থান কৰি প্ৰাণৰ সহায়েৰে জ্ঞানময় ভূমি বা স্তৰলৈ গতি কৰি সেই গতি ধাৰাই কেতিয়াবা বিজ্ঞানময় কোষ বা বিজ্ঞান ভূমিত আলোড়ন তুলিবলৈ সমৰ্থ হয়। এনেবোৰ মুহূৰ্তকে শুভমুহূৰ্ত বোলা হয়। বিজ্ঞান ভূমিয়েই সত্যৰ প্ৰকাশভূমি। জীৱনত বিজ্ঞান ভূমি বা কোষত মানৱ মানসৰ অৱস্থান সৌভাগ্যস্পৰ্শ। মানব জীৱনৰ চিৰ দুৰ্লভ স্থান এই বিজ্ঞানভূমি সংস্পৰ্শত মানব

---

* পঞ্চকোষ : অন্ন কোষ, মনোময় কোষ, প্ৰাণময় কোষ, জ্ঞানময় কোষ, বিজ্ঞানময় কোষ, আনন্দময় কোষ।

জীৱনত সত্য তথ্যৰ দুৱাৰ মুকলি হয়। মানৱ জীৱনত 'বোধি' বা আত্মবোধৰ পৰম মোহনীয় স্থান এই বিজ্ঞানভূমি। সাধনাৰ সহায়েৰে মনক তীব্ৰ শক্তিশালী কৰি তুলিব পাৰিলে মনোজয়ী জনে দিনৰ বহু সময় এই চিৰবাঞ্ছিত সুখ স্থান বিজ্ঞান ভূমি বা স্তৰত অৱস্থান কৰিবলৈ সমৰ্থ হব পাৰে। মানুহৰ মন অবিনশ্বৰ আত্মাৰ বাহন, ৰূপৰথীৰ ৰথ, সৃষ্টিৰ লীলাভূমি, মানুহৰ হৃদয় পীঠেই বিৰাট সাহিত্যৰ দৰ্শন। বিশ্বৰ সৃষ্টি ধাৰা বৈ আছি, মানৱ মানসৰ মাধ্যমেৰে প্ৰাণত প্ৰৱেশ কৰি জ্ঞান-বিজ্ঞানময় স্তৰলৈ গতি কৰিব পাৰিলে মানৱ জীৱনৰ সুকুমাৰ কলা কৃষ্টিৰ সিংহদুৱাৰ মুকলি হৈ পৰে। জীৱনৰ বিভিন্ন ৰূপ, ৰস, গন্ধ, স্পৰ্শৰ সুকুমাৰ তুলিকাৰে চিত্ৰিত কৰি মানুহ হয় সৌন্দৰ্যৰ পূজাৰী, সৃষ্টিকৰ। এই সৌন্দৰ্য মন্দিৰত প্ৰৱেশ কৰিবলৈ লাগে প্ৰাণত অসীম জ্ঞান-স্পৃহা, প্ৰচুৰ প্ৰাণশক্তি আৰু পূৰ্ণ আন্তৰিকতা। সংযত গভীৰ চিন্তা, সাধনাময় প্ৰতিজ্ঞা, সংযমী ধীৰ সাধকে জীৱনৰ দৃঢ়তাৰে চিৰবাঞ্ছিত জ্ঞান-বিজ্ঞান ভূমি স্পৰ্শ কৰিব পাৰিলে বিচিত্ৰ ৰূপ মনিকূটৰ দুৱাৰত থিয়হৈ তীব্ৰ জ্যোতিৰ্ময় আলোক ৰশ্মিৰ প্ৰভাত জ্ঞান-সাধকে দেখে জ্ঞানময় অমৃত আলোক। বিজ্ঞান সাধকে দেখে বিশ্বজোৰা অণুপৰমাণুৰ সত্যময় বিচিত্ৰ লীলা। সাহিত্য সাধকে দেখে সত্য সৃষ্টিৰ অমৃত পোহৰ। কবিয়ে দেখে ছন্দময় কল্পলোকৰ স্বপ্নময় অনুপম ইন্দ্ৰধনু। কবি-প্ৰাণত জাগে সুৰ শিহৰণ। শিল্পীয়ে দেখে, নিৰ্বাক ৰেখাত প্ৰাণময় চেতনাৰ স্পন্দন। সুৰ সাধকে পায় অতীন্দ্ৰীয় জগতৰ চিৰন্তন সুৰতৰঙ্গৰ অমৃত পৰশ। সাধকৰ ধ্যানী চিত্তই মানৱ দেহৰ গভীৰ পঞ্চ মৰ্মকোষ ভেদ কৰি ( ষষ্টেন্দ্ৰিয়ৰ )* সহায়ত বিজ্ঞানময় কোষ বা ভূমিত অৱস্থান কৰিবলৈ সমৰ্থ হয়। অমৃতময় তৰঙ্গত স্পন্দিত প্ৰাণ-মনত সত্যময় অনুভূতি অনুভৱ কৰে।

* অৱচেতনত অৱস্থিত বোধিময় ৪৮ অনুভূতিক ষষ্টেন্দ্ৰিয় বোলা হয়।

অগ্ৰগতিশীল এই মানৱ জীৱনতেই কোনো কোনো ভাগ্যবানজনৰ বিজ্ঞানময় স্তৰ ভূমি অতিক্ৰম কৰি আনন্দময় সুধা সাগৰত বুৰ মাৰিবলৈও সৌভাগ্য ঘটে। পঞ্চভৌতিক মানৱ জীৱনেই এই অপূৰ্ব মহতী শক্তিৰ অধিকাৰী।

মানুহৰ অপূৰ্ব অভিনৱ জীৱনতেই বিশ্বৰ সত্য ৰূপ প্ৰতিফলিত হৈ নানা ৰূপ পৰিগ্ৰহ কৰি আহিছে। অফুৰন্ত সৃষ্টিৰ উপাদান অলেখ ৰূপৰ সম্ভাৰেৰে ভৰি আছে মানুহৰ ক্ষণস্থায়ী জীৱন, ভঁড়ালত অলেখ ৰূপৰ ৰূপৰস সম্ভাৰ লৈ মানৱ-অন্তৰত লুকাই থকা গোপন শিল্পীজনে নিজৰ সৃষ্টিৰ বিকাশ কৰিবলৈ বাট বিচাৰি ব্যাকুল হৈ ফুৰে। অনুভূতি সুস্পষ্ট নোহোৱাৰ বাবে সৃষ্টি সম্পূৰ্ণ কৰিব নোৱাৰি নানা পথে প্ৰকাশিত হবলৈ জীৱন জোৰা প্ৰচেষ্টা চলাই থাকে। সংসাৰৰ সহস্ৰ সজ্ঘাতত মানৱ চিত্ত অস্থিৰ, নিজৰ সঞ্চিত প্ৰতিভাৰ বিকাশ বা মুক্তিৰ বাট বিচাৰি ব্যাকুল হৈ ফুৰে চিৰকালে। মানৱৰ বাহিৰাৱৰণৰ আঁৰত নীৰৱ আত্মা গোপনৰ বেথাত ৰুদ্ধ বেদনাত গুমৰি মৰে অন্তৰ-গুহাত আবদ্ধ নিৰুদ্ধশিল্পী মানুহজন। বহিৰ্জীৱনত সত্য পথৰ আঁৰে আঁৰে বাটৰ সন্ধান নেপাই সন্ধানী জীৱন শত পথে ধাবিত হয় বিশ্ব-প্ৰবাহৰ দুৰন্ত তাড়নাত।

কোন আদি জ্ঞানৰ উন্মেষ জাগিছিল বৈদিক যুগত এই ভাৰতবৰ্ষতেই। ঋষিকন্যা কুমাৰী “বাকৰ” জীৱনত জাগি উঠিছিল এই চিৰন্তন সত্যময় বিশ্ব-প্ৰবাহৰ দুৰন্ত প্ৰেৰণা। কুমাৰী বাক্ হ'ল তন্ময় ধ্যানস্থা। মহাশক্তিৰ অধিকাৰিণী ঋষিকন্যা বাক্ হ'ল ধ্যানযোগত সমাধিস্থা। দিন যায়, মাহ যায়; বাক্ নিবিড় সমাধি ধ্যানত নিমগ্না। তেওঁ পালে আনন্দময় ভূমিৰ সন্ধান। সত্য প্ৰতিভাত হৈ উঠিল ধ্যান-নেত্ৰত। তন্ময় ধ্যানস্থ অৱস্থাত ঋষি বাকৰ কণ্ঠত আঠটি মন্ত্ৰ উচ্চাৰিত হ'ল যি আঠটি শ্লোক ঋক্‌বেদত নিয়োজিত কৰি কুমাৰী বাকক 'ঋষি' উপাধিৰে মহৰ্ষি-

সকলে বিভূষিতা কৰিলে। ঋষি বাকৰ কণ্ঠত এটি বাণী উচ্চাৰিত হৈছিল—

"শ্ৰবণায়ঽপি বহুভিৰ্যো নলভ্য।" ( ঋক বেদ )

অন্তৰত 'সুমেধা' লাভ নকৰিলে জ্ঞান-বিজ্ঞানৰ অধ্যয়নৰ ধাৰণা অনুভূতি নহয়। এই সুমেধালভ্য জ্ঞানৰদ্বাৰা সৃষ্টি শক্তি উৎপন্ন হয়। এই সুমেধাই বিশ্বৰ সত্যোপলব্ধি দান কৰে। 'সুমেধাত' অৱস্থিত ধ্যানী চিত্তত বিশ্ব-সত্যৰ ৰূপৰেখা ৰূপায়িত হৈ 'মন্ত্ৰ' ৰূপে প্ৰকাশ পায়। এয়ে 'মন্ত্ৰ' সত্যৰ ৰূপত প্ৰতিষ্ঠিত তত্বকেই 'মন্ত্ৰ' বোলা হয়। সুমেধা প্ৰাপ্তিজনৰ অন্তৰত 'ৱেদন' উৎপন্ন হয়। 'ৱেদন' মানে অন্তৰৰ গভীৰ অনুভূতিৰে সত্য প্ৰকাশৰ বাণী। ৱেদনে সুষুপ্ত আত্মাৰ আত্মস্থ অৱস্থাত চেতনাৰ বীজ অঙ্কুৰিত কৰি তোলে। সেই চেতনময় বাণীসমূহ—যেনে, যি সকলৰ সকলো সময়তে 'ব্ৰহ্মসম্বেদন'ৰ আত্মানুভূতি অভ্যস্থ তেওঁলোকৰ সেই 'ৱেদন' বা গভীৰ অনুভূতিসমূহ যেতিয়া ভাষাৰ ৰূপলৈ প্ৰকাশ পায়, তেতিয়াই পৰম সত্যত অৱস্থিত সেই বাণী-সমূহক ঋষি-সমাজে মন্ত্ৰতত্ব বা কবিত্ব সাহিত্য নামেৰে অভিহিত কৰি, বেদসমূহত সন্নিবিষ্ট কৰিছিল। ৱেদ মানে সত্য; ৱেদৰ বাক্যসমূহক ৱেদন বা সত্যবাণী বোলা হৈছিল। মন্ত্ৰ বা ৱেদনৰ সহায়েৰে তত্বসৃষ্টিকাৰক সকলক 'ঋষি' উপাধিৰে ভূষিত কৰা হৈছিল। 'ঋষয়ো মন্ত্ৰ দ্ৰষ্টাৰঃ'—এই মন্ত্ৰ বা তত্বসমূহ ঋষিসকলে দেখিছিল। সেই বাবে 'দ্ৰষ্টা' মানে দেখা পোৱা এই তত্বসমূহক সৃষ্টি কৰা সকলক 'স্ৰষ্টা'ও বোলা হৈছিল। এনে সত্যময় বাণী দান কৰোঁতা সকলৰ জীৱন-জোৰা সাধনাৰে লাভ কৰা সত্য-শক্তিয়ে ভাৰতবৰ্ষত যুগে যুগে যুগস্মৃষ্টিৰ সম্বল দান কৰি আহিছে। সেই অমৰ শক্তিসমূহ চিৰস্থায়ী, এই শক্তিৰ প্ৰতিক্ৰিয়াই মানৱ চিত্তত নিতে নতুন নতুন তথ্য উদ্ভাৱনৰ শক্তি সঞ্চাৰ কৰি আহিছে। এনে শক্তিৰ পৰাই অমৰ সাহিত্য বা প্ৰকৃত কবিত্ব সৃষ্টি হয়।

চিন্তা যোগত আত্মা নিয়োগ কৰি জ্ঞান-সাধনাত চিত্ত সমাহিত কৰিব নোৱাৰিলে প্ৰকৃত সাহিত্যৰ সৃষ্টি হোৱা কঠিন।

সাহিত্য সৃষ্টিত সাহিত্য-সাধকৰ দায়িত্ব অতি গধুৰ। গভীৰ চিন্তা, অভিজ্ঞতা, অনুভূতিৰে সৃষ্টি কৰা সাহিত্যৰ প্ৰভাৱ চিৰস্থায়ী আৰু সুদূৰ প্ৰসাৰিত হোৱা স্বাভাৱিক। সাহিত্যিকৰ চিন্তাশীল সাহিত্য-প্ৰেৰণাই পৰিবৰ্তনশীলা ধৰিত্ৰীক বৈচিত্ৰ্যময় ৰহস্যময় ৰূপ দান কৰিছে। অনাদি কালৰেপৰা সাহিত্য স্ৰষ্টাসকলৰ লেখনিৰ ইঙ্গিতে জাতিৰ উত্থান-পতন, ধৰ্মনীতি, ৰাজনীতি, সমাজনীতিৰ বিভিন্ন পৰিবৰ্তন সাধন কৰি আহিছে।

যি সাহিত্যৰ তথ্য মানৱ-প্ৰাণৰ আনন্দদায়ক, শক্তিদায়ক, আত্মাৰ বিকাশ পথৰ সহায়কাৰী নহয়, সেই সৃষ্টিক ঋষিসকলে সাহিত্য আখ্যা দিয়া নাছিল। সত্য আৰু হিতত প্ৰতিষ্ঠিত সাহিত্য সৃষ্টিয়ে জগতত অমৰ মূল্য পাই আহিছে। সমাজৰ মেৰুদণ্ড স্বৰূপ সাহিত্যিকসকলৰ সাধনা মানৱ-মঙ্গলকাৰী আৰু চিৰস্থায়ী হোৱা উচিত। ৰাজসিংহাসন দুদিনীয়া সন্মান। সাহিত্যৰ সিংহাসন চিৰযুগমীয়া। যুগ, দেশ, সমাজ সংগঠনকাৰী সাহিত্যিকসকলেই দেশৰ বিভিন্ন ভাবধাৰাৰ পৰিবৰ্তন আৰু ৰূপান্তৰৰ দায়িত্ব বহন কৰি আহিছে।

অতীত ভাৰতবৰ্ষত যুগনিৰ্মাণকাৰী সাহিত্য-সাধকসকলক স্ৰষ্টা, দ্ৰষ্টা ঋষি নামেৰে সমাজৰ শীৰ্ষস্থানৰ সন্মান দান কৰা হৈছিল। এই ঋষিসকলৰ আদেশক্ৰমেই ৰাজনীতি, সমাজনীতি, ধৰ্মনীতি পৰিচালনা হোৱা পদ্ধতি আছিল। মহানুভৱ দূৰদৰ্শী সত্যদ্ৰষ্টা যুগনিৰ্মাণী স্ৰষ্টাসকলৰ চৰণ তলত শিষ্যৰ আসন গ্ৰহণ কৰি ৰাজৰাজেশ্বৰসকলে ৰাজধৰ্ম পালনৰ শিক্ষা লোৱাৰ আদৰ্শৰে ভাৰতবৰ্ষৰ অতীত কাহিনী অনুৰঞ্জিত।

অতীত ভাৰতবৰ্ষত অযোধ্যাপতি শ্ৰীৰামচন্দ্ৰই ৰাজ্যাভিষেকৰ পাচতো মহৰ্ষি বশিষ্ঠ মুনিৰ উপদেশ মতে আধ্যাত্ম জ্ঞান আৰু ৰাজনীতি শিক্ষা লোৱাৰ কথা 'যোগবাশিষ্ঠ ৰামায়ণ'ত পোৱা যায়। দেশ শাসনকাৰীক গভীৰ দাৰ্শনিক তত্ত্ব-সাধনাৰ সহায়েৰে

পৰিপূৰ্ণ মানবীয়তা সাধনৰ পন্থা দেখুৱাই এই যুগ নিৰ্মাণী ঋষি-সকলে একোজন প্ৰকৃত মানৱ ৰূপে ৰাজ্যশাসকজনক মানবীয়তাত প্ৰতিষ্ঠিত কৰি দিয়াৰ গুৰু দায়িত্ব বহন কৰিছিল। ৰাজ্যশাসক জনক, ৰাজকৰ্ম পৰিচালকসকলক ঋষি শাসনৰ যোগেৰে ন্যায়-নিষ্ঠ, আদৰ্শ-কৰ্তব্যপৰায়ণ, সমদৰ্শী কৰি গঢ়ি তোলাৰ ভাৰ এই ঋষিসকলে গ্ৰহণ কৰিছিল। ঋষি শাসন প্ৰভাৱত প্ৰদীপ্ত হোৱা মহান মানৱ-চৰিত্ৰৰ বহু নিদৰ্শনেৰে অতীত ভাৰত গৌৰৱত গৰিমাদীপ্ত। ৰাজৰ্ষি-জনক, ভীষ্ম, যুধিষ্ঠিৰ, কুন্তী, গান্ধাৰী, দ্ৰৌপদী, সীতা, সাবিত্ৰীৰ চৰিত্ৰৰ অমৰ নিদৰ্শনেৰে ভাৰত-ঐতিহ্য চিৰ উজ্জ্বল। বিংশ শতাব্দীৰ বিজ্ঞান-উন্নত, ভোগোন্মত্ত যুগতো যি সকল তত্ত্বদৰ্শী সাহিত্য-স্ৰষ্টিকাৰীয়ে অমৰ সাহিত্য দান কৰি পৃথিৱীত যুগমীয়া অমৰ কীৰ্তি স্থাপন কৰি গৈছে, সেই সকলৰ সত্যত প্ৰতিষ্ঠিত সাহিত্যৰ অবদানত ভাৰত গৌৰৱান্বিত। শ্ৰীশঙ্কৰ-দেৱ, বাপুজী, অৰবিন্দ, ৰবীন্দ্ৰনাথ, সৰ্বপল্লী ৰাধাকৃষ্ণন, জৱাহৰলাল নেহৰু আদি বিশ্বৰ চিৰস্মৰণীয়।

এই যুগ প্ৰাচ্য-প্ৰতীচ্যৰ অদ্ভুত সংমিশ্ৰণকাৰী যুগ। অমৰ সৃষ্টিকাৰী সাহিত্যিকসকলৰ সাহিত্যৰ আদৰ্শৰে যুগ-সাহিত্য নিৰ্মাণৰ দায়িত্বই সাহিত্য সৃষ্টিকাৰীসকলক আহ্বান কৰিব লাগিছে। আজিৰ পতনমুখী যুগক প্ৰকৃত সত্য পথেৰে পৰিচালনা কৰি জন কল্যাণকৰ, বিশ্বকল্যাণকৰ সাহিত্য সৃষ্টি কৰি যুগৰ গতি পুনৰ প্ৰতিষ্ঠা কৰি লুপ্ত মানবীয়তাক পুনৰ প্ৰতিষ্ঠাৰ পথলৈ আগবঢ়াই দিব পৰা সাহিত্যৰ মৃতসঞ্জীৱনী উদ্ভাবনৰ প্ৰয়োজনীয়তাই দেখা দিছে। ভাৰতৰ নতুন সৃষ্ট সাহিত্যৰ ৰসধাৰাত অমৰ অমৃত 'ৰসোবৈসঃ' ৰসত যুগমীয়া হৈ উঠা সাহিত্যৰ উৎস বিচাৰি উলিওৱাৰ গভীৰ দায়িত্ব নিৰ্ভৰ কৰিছে সাহিত্য-সেৱীসকলৰ ওপৰত। সেই আনন্দ ৰসৰ অমৃত নিজৰা বিচাৰি উলিয়াই ভৱিষ্যৎ বিশ্বক 'আনন্দৰূপম্ যদ্‌বিভাতি'—সাহিত্যৰ অমৃত ৰসৰ সন্ধান দিয়ক।

# সাহিত্যৰ বিকাশ

সাহিত্যই বিশ্ব-সৌন্দৰ্য উপলব্ধিৰ সিংহ-দুৱাৰ। সৌন্দৰ্য পিয়াসী মানৱ-আত্মাৰ সৌন্দৰ্যবোধ সূক্ষ্মতম চেতনৰ মাজত অৱচেতন ৰূপে অৱস্থান কৰে। অন্তৰ্নিহিত সৌন্দৰ্য সচেতন মানুহৰ সূক্ষ্মতম চেতন সংস্কাৰৰ অৱবাহিকা। অৱৰুদ্ধ অন্তৰ-গুহাত অৱস্থিত বিশ্ব-ৰসগ্ৰাহী কৰ্ম-ধৰ্মী প্ৰেৰণাৰ উৎস সুষুপ্ত মানৱৰ শিল্পী সত্তাটিত গুপ্তভাবে অৱস্থান কৰে। প্ৰকৃতিৰ তীব্ৰ প্ৰেৰণাত আত্মপ্ৰকাশ কৰিবলৈ অস্থিৰ হৈ প্ৰকাশৰ বাট বিচাৰি ফুৰে। যুগ-যুগান্তৰ সঞ্চিত সংস্কাৰৰ বঞ্চিত বেদনাবোৰত সৃষ্টিৰ ৰূপ দিবলৈ অৱৰুদ্ধ প্ৰতিভাই অন্তৰালৰপৰা প্ৰেৰণা যোগায়। ৰুদ্ধ মানৱৰ 'বোধি-সত্বাৰ' প্ৰকাশ বেদনাই সৃষ্টি কৰে মানব প্ৰতিভা। সৃষ্টিধৰ্মী মানৱ-সত্তাটোৱে পঞ্চ ইন্দ্ৰিয়ৰ সহায়েৰে বিশ্বসৌন্দৰ্য আহৰণ কৰি আত্মাত সংগ্ৰহ কৰি থাকে। ব্যক্তিগত চিন্তা, অভিজ্ঞতা মৌলিক আত্মৰসত ৰূপায়িত অভিব্যক্তিৰ নতুন সৃষ্টিৰ পাতনি মেলিবলৈ কৰা প্ৰয়াসেই সৃষ্টিৰ ধৰ্ম।

মানৱ আত্মা সৌন্দৰ্যময় বিশ্ব-প্ৰবাহ আহৰণকাৰী এটি শক্তিশালী বেতাৰ যন্ত্ৰ স্বৰূপ গ্ৰহণৰ কেন্দ্ৰ। এই কেন্দ্ৰৰ প্ৰবাহ চিৰ-প্ৰবাহমান। এই তীব্ৰ প্ৰবাহ অনিৰুদ্ধ ব্যক্তধৰ্মী। যি কোনো প্ৰতিভাৰ পথেৰে এই সঞ্চিত সৌন্দৰ্য-সম্ভাৰ প্ৰকাশিত নোহোৱা-লৈকে মানৱৰ ক্ষুধিত সত্তাই বিৰাম নলয়। মানৱ আত্মাৰ নিৰুদ্ধ সৌন্দৰ্যবোধৰ বিকাশবোৰ সৃষ্টিৰ মূলতে সন্নিহিত আত্মাৰ অপৰিতৃপ্ত বেদনাৰ সংঘাত। পুঞ্জীভূত চিন্তাৰাশিৰ সঞ্চিত বেদনাই 'বেদন' বা অনুভূতি স্পষ্ট কৰে। বেদন বা অনুভূতিত ৰসবোধৰ উৎপত্তি

হয়। শিল্পী-মনক পৰিপূৰ্ণ বিকাশৰ পথলৈ আগবঢ়াই লৈ যায় দুৰ্বাৰ প্ৰেৰণাই। এই দিব্য প্ৰেৰণালব্ধ শিল্পীৰ সম্পদ সাহিত্য, কাব্য, সঙ্গীত, নৃত্য, চিত্ৰ, ভাস্কৰ্য, জ্ঞান, বিজ্ঞান আদি বিবিধ কলাৰ সৌন্দৰ্য প্ৰকাশ। শিল্পী মানৱ সত্তাৰ সৌন্দৰ্যবোধ বিচিত্ৰ। অনন্ত সৌন্দৰ্যৰ সুন্দৰতম ৰূপ প্ৰতিফলিত হয় শিল্পী সত্তাৰ মনৰ স্বচ্ছ দৰ্শনত। সৃষ্টিধৰ্মী মানুহৰ অজ্ঞাত নিবিড় সৌন্দৰ্যবোধ গভীৰ বেদনত ওতপ্ৰোতভাবে বিজড়িত। পাৰিপাৰ্শ্বিকতাৰ প্ৰভাবত স্থান কাল সমাৱেশত চিন্তাধাৰাই বিভিন্নৰূপে গতি লয়।

কবি মন সত্যসত্তাত প্ৰতিষ্ঠা লাভ কৰিবলৈ ব্যাকুল। আবেগিক চিন্তাধাৰাৰ স্ফুৰণত বিপৰ্যয় ঘটাই ভিন্নমুখী কৰিবলৈ কৰা প্ৰয়াস অতি কঠিন। আবেগিক স্ফুৰণক সহজ পথেৰে পৰিচালিত কৰিলে প্ৰকাশধৰ্মী সত্তাই ক্ৰমশঃ বিকাশ হ'বলৈ সমৰ্থ হয়। মনঃসমীক্ষতাৰ প্ৰাচুৰ্যই সাহিত্যৰ উন্নত বিকাশ গভীৰভাবে বিশ্ব-সাহিত্যৰ ক্ষেত্ৰলৈ লৈ যাবলৈ সমৰ্থ হয়।

## *ভাৰতীয় সাহিত্য ঃ*

ভাৰতীয় সাহিত্যৰ এটি স্বকীয়া বৈশিষ্ট্য দেখা যায়। ভাৰতীয় সাহিত্যৰ মূল উৎস গভীৰ দৰ্শনত নিহিত, উপনিষদৰ ৰসধাৰাত সিক্ত মনোবিজ্ঞানত ভিত্তিকাৰী। অতীজৰ চিন্তাশীল মনীষীসকলৰ প্ৰাচীন ৰচনাসমূহত যথেষ্ট মনোবিজ্ঞানৰ অৱদান আছে। সেই সংবেদনময় তত্বসমূহ আজিও পৃথিবীৰ দাৰ্শনিক সমাজৰ গভীৰ গবেষণাৰ বিষয় হৈ সত্য বস্তুৰূপে প্ৰতিষ্ঠিত হৈ আছে। ভাৰতীয় দৰ্শন মতে মানৱ-বুদ্ধিক পৰিচালিত কৰে এটি বিশিষ্ট স্বজ্ঞাত শক্তিয়ে। অদৃশ্য স্বজ্ঞাৰ প্ৰেৰণাত মানুহৰ মনত নিজে নজনা, কেতিয়াও কল্পনা নকৰা সত্য-তথ্যত ৰূপ প্ৰতিভাত হৈ পৰে অজ্ঞাত সাৰে—নীৰৱে গোপনে সজ্ঞা সঞ্চাৰ হয় নিবিড় চিন্তাৰ স্থিতিময় মন সংযোগত। ভাৰতীয় ঋষিসকলে নিবিড় যোগ ধ্যানৰ অৱলম্বনক

দ্বাৰা এই নীৰৱচাৰিণী স্বজ্ঞাক নিজ আয়ত্তলৈ আনিবলৈ সক্ষম হৈছিল। সংযত বুদ্ধিক স্বজ্ঞাৰ লগত সম্মিলিত কৰি প্ৰতিষ্ঠা কৰি লবলৈ সক্ষম হৈছিল। স্বজ্ঞা সংযোগত প্ৰকৃতি—অতীত, ইন্দ্ৰিয়-অতীত, এখনি অতীন্দ্ৰিয় জগতত আনন্দ মনে বিচৰণ কৰি ত্ৰিকালজ্ঞ অৱস্থা প্ৰাপ্ত হব পাৰিছিল। স্বজ্ঞা প্ৰতিষ্ঠিত ঋষিসকলৰ মনত প্ৰতিভাত হৈ পৰিছিল যুগমীয়া সাহিত্য-তত্ত্বৰ অমৰ প্ৰকাশ। সেই যুগৰ সাহিত্য, কাব্য, সঙ্গীতৰ ধাৰা আছিল স্বজ্ঞা প্ৰতিষ্ঠিত। ব্যাস, বাল্মীকি, আদি সত্য-তত্ব আৱিষ্কাৰকসকলে যি সাহিত্য কাব্য সৃষ্টি কৰি গৈছে আজিও সেই অমৰ সাহিত্যসমূহৰ বিকাশ পৰিসৰ বহু গবেষণাৰ বিষয়হৈ বিশ্ব বিয়পি আছে। পাশ্চাত্য মনীষীসকলৰ গভীৰ গবেষণাৰ দ্বাৰা সেই সত্যসমূহ আজিও ৰূপায়িত হব লাগিছে। সুকুমাৰ কলা-সঙ্গীত বিষয়টিও স্বজ্ঞাত প্ৰতিষ্ঠিত। নাৰদ মুনিৰ সঙ্গীত সাধনাত স্বজ্ঞা-প্ৰতিষ্ঠিত হৈছিল। স্বজ্ঞাৰ প্ৰভাৱত স্বজ্ঞা সিদ্ধ নাৰদ মুনিৰ বীণা সঙ্গীত বিশ্বজয়ী আনন্দ বাহন ৰূপলৈ মুনিয়ে ইচ্ছাক্ৰমে ত্ৰিলোক ভ্ৰমণৰ শক্তি লাভ কৰিছিল। 'বচক্লু' অস্তন ঋষিকন্যা কুমাৰী বাক্‌দেৱীয়ে স্বজ্ঞাসিদ্ধ হৈ আত্মতত্বৰ আঠটি বাণী উচ্চাৰণ কৰিছিল সমাধিস্থ অৱস্থাত। মানৱ আত্মাৰ গভীৰ তত্বসমূহ মানৱ সত্তাৰ প্ৰকৃত ৰূপ বিশদভাৱে সেই আঠটি শ্লোকত সন্নিবেশিত হৈছিল। স্বজ্ঞাভিভূত যোগস্থ শ্ৰীকৃষ্ণৰ শ্ৰীমুখৰ পৰা নিসৃত হৈছিল শ্ৰীমদ্ভাগৱত গীতাৰ অমৃত প্ৰস্ৰৱন।

চিন্তাশীল প্ৰাচীন ভাৰত-মনীষী সকলৰ আত্মসচেতনাৰ সংযোগত যি জ্ঞানে আত্মপ্ৰকাশ কৰিছিল সেই স্বয়ংজ্ঞাত জ্ঞানক মনীষী-সকলে 'স্বজ্ঞা' নামেৰে ভূষিত কৰিছে। এই স্বজ্ঞা-প্ৰতিষ্ঠিত হব পাৰে প্ৰশান্ত-মনৰ স্থিত-প্ৰজ্ঞ অৱস্থাত। সত্য অন্বেষণত ৰত ধ্যানী মনীষীসকলৰ গভীৰ মননে মানবীয় জীৱনৰ ৰহস্যময়ী প্ৰকৃতিৰ যৱনিকাৰ অন্তৰালত লুকাই থকা পৰম সত্য তথ্যবোধৰ

গোপন আৱৰণ উদঙাই এই পৰম সত্য—দৰ্শন উদ্ঘাটন কৰি গৈছে।

এই বিষয়সমূহৰ ভিতৰত বিশ্বৰ বিবিধ জ্ঞান-পথৰ সন্ধানৰ উল্লেখ পোৱা যায়। দৰ্শন, বিজ্ঞান, কলা, সাহিত্য, কাব্য, আদি বহল বিশ্লেষণ ইয়াত আছে। দৰ্শনত আত্মতত্ব, বিশ্বতত্বৰ সন্ধান, প্ৰাণ-বিজ্ঞান, মনোবিজ্ঞান, সৌৰবিজ্ঞান, কলাবিজ্ঞান আদি বহুপথ। কলা-বিজ্ঞানত কাব্যসঙ্গীত, নৃত্য, চিত্ৰ, ভাস্কৰ্য আদি বিবিধ বিজ্ঞান নিহিত। প্ৰাচীন যুগৰ বৈদিক্ অধ্যায়তে সঙ্গীতৰ সপ্তস্বৰ বন্ধন, মানৱ সত্তাত সুৰ-বিজ্ঞানৰ উৎপত্তি, বিকাশ, ছন্দ, তাল, লয়, মূৰ্চ্ছনা আদি বিবিধ ক্ৰম নিৰ্দেশিত হৈছিল। সুকুমাৰ কলা-বিজ্ঞানৰ উৎপত্তি হৈছিল 'সাম' বেদোক্ত ঋত্বিকসকলৰ গীথোক্ত গীথঃ অধ্যায়ৰ বহল বিশ্লেষণেৰে।

ভাৰতৰ সচেতনা, ভাৰতৰ অৱদান যুগান্তব্যাপী চিৰ প্ৰগতিমুখী; কাৰণ এই সত্যতথ্যৰ মূল উৎপত্তি সত্যত নিহিত। বিজ্ঞানে যুগৰ ৰূপান্তৰ ঘটালেও ভাৰতৰ চিৰস্থায়ী স্বজ্ঞাত সত্যৰ স্পন্দনবোৰে নৱযুগৰ নতুন চিন্তাধাৰাত অতীত মনীষীসকলৰ প্ৰকাশৰ প্ৰেৰণা চিৰজাগ্ৰতহৈ থাকিব। সেই সত্যত প্ৰতিষ্ঠিত শাশ্বত চিন্তাধাৰাৰ মৃত্যু ঘটিব নোৱাৰে। ভাৰত-মনীষা চিৰশাশ্বত অমৃত সন্ধানত প্ৰতিষ্ঠিত বিশ্ব-সৃষ্টিৰ লগত ওতপ্ৰোতভাবে বিজড়িত। ভাৰতদৰ্শন চিৰকালে বিশ্বৰ বিস্ময়হৈ থাকিব।

### *কাব্যকলা ঃ*

কাব্য আৰু কলা এই দুটি বিষয় ৰহস্যময় বিজ্ঞানৰ ভেটিত প্ৰতিষ্ঠিত। কাব্য আৰু কলা বিজ্ঞানৰ বিষয়ীভূত হলেও এই দুটি দুৰ্লভ প্ৰেৰণাৰ প্ৰতিভা বিশ্বস্ৰষ্টাৰ পৰম দান অধিকাৰীৰ শিৰত দেৱ-নিৰ্মালিৰ দৰেই বৰ্ষিত হয়। কবিশিল্পীৰ দৃষ্টি আৰু অনুভূতিৰ এটি সুকীয়া বৈশিষ্ট্য দেখা যায়। কবিশিল্পী মনৰ স্বজ্ঞাত অনুভূতি

কিছু প্ৰখৰ ধ্ৰৱণৰ সজাগ ধ্বনি অন্বেষী। কবি সাধাৰণতে ধ্বনিধৰ্মী। কাব্যত এনে এটা মাদকতাময় আকৰ্ষণ আছে যি মাদকতাই বাস্তৱ জগতৰ লগত জড়িতহৈ থাকিও কবি-মনক সততে অবাস্তৱ জগতৰ লগত সংযোগ হৈ থকাৰ এটি বাট ৰাখে। কবি-মনৰ সজাগ স্বজ্ঞাৰ স্বয়ংক্ৰিয়ভাৱে স্ফুৰিত হোৱাৰ সম্ভাৱনাতো অৱস্থিত। আত্মাস্থিত অভিজ্ঞান যাক অনুভূতিৰে গ্ৰহণ কৰিব পাৰি তেনে এটি আচ্ছন্ন ভাব প্ৰকৃত কবি-মনৰ ধৰ্ম। প্ৰকৃত কবি সকলে এই চৰম অভিজ্ঞানৰ দ্বাৰাই বাস্তৱ জগতৰ বহু উৰ্দ্ধলৈ চিন্তাধাৰাক প্ৰসাৰিত কৰি ৰস আহৰণ কৰিবলৈ প্ৰেৰণা লাভ কৰে। যি ভাষা শুনা নাযায়, কবিৰ শ্ৰৱণে সেই ভাষা শুনে। যি চিত্ৰ দেখা নাযায়, কবিৰ নেত্ৰই সেই চিত্ৰ মনৰ দাপোণত প্ৰতিফলিত হোৱা দেখা পায়।

সূক্ষ্ম অনুভূতিশীল কবি-মনে সুদূৰ সঞ্চাৰী প্ৰকৃতিৰ অস্পষ্ট গুঞ্জন স্পষ্টতৰ-ৰূপে শুনে। প্ৰকৃতিৰ সূক্ষ্মাতিসূক্ষ্ম ক্ৰিয়াবোৰে কবিৰ সৌন্দৰ্যময় অন্তৰ দাপোণত ছাঁয়া পেলায়। কবিৰ আত্ম-বোধত এটি স্বকীয়া বিচিত্ৰতাই আবেগিক স্পন্দন তুলি কবিক সৃষ্টিশীল বীণাযন্ত্ৰৰ দৰে ধ্বনিত কৰি তোলে। সাধাৰণতে এনে আত্মবোধ বা স্বজ্ঞাৰ প্ৰভাৱত কবি কল্পনা-প্ৰৱণ আৰু তদ্‌গত ভাব এটিত অৱস্থান কৰা অৱস্থাও কেতিয়াবা প্ৰাপ্ত হয়। আগতে কৈ অহা হৈছে, মানৱ সত্তা অনাতাঁৰ কেন্দ্ৰৰ দৰে গ্ৰহণধৰ্মী। বিশেষকৈ কবি মনত এই ক্ৰিয়া স্পষ্টতৰ, তীব্ৰ। বিশ্ব-সৌন্দৰ্যৰ স্পন্দনবোৰে কবি প্ৰাণত যি অভিজ্ঞানৰ ঢৌ তোলে, সেই ঢৌবোৰে কাব্যছন্দ যোগে যেতিয়ালৈকে প্ৰকাশ নেপায় তেতিয়ালৈকে কবিৰ প্ৰাণে শান্তি নাপায়। প্ৰকাশ সম্পূৰ্ণ নহলে কবিৰ মন তন্ময় আচ্ছন্ন হৈ থাকিব লগা হয়। এইটো একেবাৰে সত্য কবিৰ ধাৰণাই মহৎ সত্যক আশ্ৰয় নকৰিলে মহৎ কাব্যৰো প্ৰকাশ হোৱা সম্ভৱপৰ নহয়। কবিৰ আত্মস্থিৰতা ভাবৰ

প্ৰসাৰতা চিন্তাৰ পবিত্ৰতাই সৃজন ধৰ্মক বহু উচ্চ স্তৰলৈ লৈ যায়। কাব্য-সংযোগী মনৰ দিব্য স্পন্দন যেন এখন সুৰ বন্ধা বীণা। কাব্য-সঙ্গীতৰ সুৰে বীণাৰ তাঁৰত ধ্বনিৰ যোগে সুৰৰ ৰূপলৈ বিশ্বমনত সোণপৰশ বুলাবলৈ সামৰ্থ।

কাব্য আত্মাৰ ভাষা। জগতৰ বিকাশ ক্ষেত্ৰত মানৱ জীৱনৰ পৰম শ্ৰেয়ঃ ভক্তি আৰু মানবীয় ধৰ্মৰ ৰহস্যবোধ মনীষী কবিসকলৰ কাব্যধ্বনিৰে পৃথিবীক বৰ্ণময় সুৰময় কৰিছে। কাব্যধ্বনিয়ে মানৱ-প্ৰাণক যিমান সহজে দ্ৰবীভূত কৰিব পাৰে আন সাহিত্যাই সেইদৰে পৰশ কৰিব নোৱাৰে। অব্যক্ত সত্যক ব্যক্ত কৰিবলৈ কাব্যধ্বনিৰ ছন্দৰ আঘাতত এটা বেলেগ আকৰ্ষণীয় শক্তি আছে। প্ৰকৃত কাব্য, বিশ্ব-ৰহস্যৰ উদঘাটনৰ দুৱাৰ বুলি জগতৰ মনীষী সকলে স্বীকাৰ কৰিছে। কবিৰ শান্তি-প্ৰিয়তা, নীৰৱতা-প্ৰিয়তাই নিজৰ গোপন সত্তাক অনুভৱ কৰিবলৈ সুযোগ দিয়ে। কবিয়ে নিসঙ্গ স্থিৰ মননৰ মাজত অনুভৱ কৰে অজ্ঞাত ৰহস্যময় জগতৰ অনুভৱনীয় সৌন্দৰ্য, শুনে অদৃশ্য অশ্ৰুত প্ৰেৰণাৰ সঙ্গীতধ্বনি। মানবীয়তাৰ সত্যময় সত্তাক উদঙাই প্ৰকৃত জাগ্ৰত চেতনাক নতুন ছন্দময় ললিত ৰূপেৰে ৰূপায়িত কৰি সহজ প্ৰাণময় কৰি তোলাই কাব্যৰ ধৰ্ম। চৰাচৰ মনে বিচাৰি নোপোৱা সত্যৰ আঁত বিচাৰি উলিয়াই সত্যতথ্যক সহজ গ্ৰহণীয় সুখ-লব্ধ কলাস্পৰ্শেৰে ৰূপায়িত কৰি তুলিব পৰাটোৱেই কবিৰ কাব্য-সৃষ্টিৰ সাৰ্থকতা। মহৎ কাব্য একোখনিয়ে পৃথিবীত একোটি যুগৰ পাতনি মেলি আহিছে; কাব্যসুৰে বাকি দিছে সংঘাতময় কঠোৰ পৃথিবীত প্ৰাণজয় কৰা যুগবাণী, সৰগীয় ৰসধাৰা। কোন আদি প্ৰভাতত এই পুণ্যভূমি ভাৰতবৰ্ষতেই আদি-কাব্যৰ সুপ্ৰভাতে পোহৰ বিলালে। ভাৰতৰ কাব্য-দৰ্শনৰ মূলমন্ত্ৰ 'ৰসোবৈসঃ' কাব্য ৰসাশ্ৰয়ী, সুৰ আৰু ৰসত কাব্যৰ দিব্য প্ৰকাশ। ৰসাপ্লুত দিব্যমন লৈ ভাৰত-কবিসকলে সত্য আৱিষ্কাৰৰ পথ আলোকিত, সুগম কৰি বিশ্বসৌন্দৰ্যৰ অমৃত

সম্ভাবনা জাগ্ৰত কৰি ৰচি দিলে দিব্যপথ। প্ৰতিভাস্থিত প্ৰজ্ঞাই অভিজ্ঞতাৰ স্বজ্ঞা অৱলম্বন কৰি জীৱনৰ প্ৰতিদিশ ৰূপায়িত কৰি তোলাৰ অভিনৱ পন্থা আৱিষ্কাৰ কৰি দিলে ভাৰতীয় মহাকাব্যৰ যোগেৰে।

## সাহিত্যত কৌশল ঃ

নাটক উপন্যাস আদি সাহিত্যত বিশেষ কৌশলৰ প্ৰয়োজন। সাহিত্যৰ সফলতা নিৰ্ভৰ কৰে অনুশীলনপূৰ্ণ পৰিমাৰ্জিত প্ৰকাশ সৃষ্টিৰ কৌশল দূৰদৃষ্টিৰ ওপৰত। তিনিওটা বিষয়তে সাহিত্যৰ গুৰুত্ব নিৰ্ভৰ কৰে—বিশ্লেষণকাৰী মনন, ভাষা-প্ৰয়োগৰ কৌশল, মাধুৰ্যময় প্ৰকাশ ভঙ্গী। আবেগধৰ্মীসকলে তৰল সৃষ্টিৰে সমাজ মনক অৱনতকাৰী সাহিত্য সৃষ্টি কৰি সাহিত্যৰ ভড়াল ভৰাব পাৰে, কিন্তু তেনে লঘু সাহিত্যৰ প্ৰভাবে সাহিত্যৰ মান উন্নত কৰিব নোৱাৰে। সাহিত্যত ৰচনাকৌশল অপৰিহাৰ্য। সঙ্কেত-কৌশল সাহিত্যৰ প্ৰধান অলঙ্কাৰ; সাহিত্যিক-কবিৰ এটি নিৰ্বাক সঙ্কেতে যিমান কথা কয়, এজন বক্তাৰ বক্তৃতাই সিমান কথা কব নোৱাৰে।

# বিজ্ঞান-কলা সংস্কৃতিৰ সমন্বয়

পৃথিবীৰ মনীষী সকলে বিজ্ঞান আৰু কলাৰ সমন্বয়তা একবাক্যে স্বীকাৰ কৰিছে। বিচিত্ৰ পৃথিবীৰ অপৰূপ বৰ্ণালীৰ প্ৰত্যেকটি দিশ বিজ্ঞান আৰু কলাৰ প্ৰাচুৰ্যৰে পৰিপূৰ্ণ। সসীম পৃথিবী পাৰহৈ সৌৰমণ্ডলত যোগাযোগ স্থাপন কৰা বিজ্ঞানৰ অদ্ভুত উদ্ভাবনাই মানৱ-মনক ক্ষান্তি দিয়া নাই। মানুহৰ মনৰ সত্যতথ্য উদঘাটনৰ স্পৃহা দিনে দিনে বাঢ়ি গৈছে। মানুহৰ অতৃপ্ত সৌন্দৰ্য-পিয়াসী মনটো নিতৌ নতুন সত্য উদ্ভাৱনাৰে ব্যাকুল। এয়া মানৱ জীৱনত চিৰন্তন সত্য আৱিষ্কাৰৰ প্ৰেৰণা। মানৱ-মনৰ সৌন্দৰ্য-তৃষ্ণা, এয়া চিৰন্তন কলাৰ প্ৰেৰণা, কলামোদী মনক নিতৌ কলা-সৌন্দৰ্যৰ নতুন প্ৰেৰণাৰে, কলা-প্ৰবৃত্তিয়ে নীৰৱে উদ্বুদ্ধ কৰি থাকে।

বিজ্ঞানৰ সূক্ষ্মাতিসূক্ষ্ম অনুশীলনত কলাই মোহন তুলিকা বুলাই পৰিমাৰ্জিত সত্যৰ প্ৰভা প্ৰকাশিত কৰাটোৱেই কলাৰ ধৰ্ম। পৃথিবীৰ যি কোনো বিজ্ঞান বিকাশত কলাৰ সহযোগ অৱশ্যম্ভাৱী কোনো সুশৃঙ্খলতা কলাৰ প্ৰকাশ। বিজ্ঞান শক্তিৰ বিভিন্ন প্ৰকাশত কলাৰ নিয়ন্ত্ৰণে সুস্পষ্টতা প্ৰদান কৰে।

***প্ৰকৃতি বিজ্ঞান ঃ***

কলা বা বিজ্ঞানৰ আদি উৎপত্তিৰ স্থান বিশ্ব-প্ৰকৃতি। প্ৰকৃতিৰ উদ্যানত ফুল ফুলে, কুঁহিপাত মেলে, গুটি ধৰে, কুঁহিপাত পূৰঠৈহে পকি সৰি যায়। পকাপাত সৰি পৃথিবীৰ উৰ্বৰতা বৃদ্ধি কৰে, পকাগুটি সৰি পৰি নতুন বনস্পতিৰ সৃষ্টি কৰে। সৃষ্টিৰ অসমতাত

কেতিয়াবা কেঁচা গুটিও সৰি পৰে, কেৰোণে ধৰে, কলিতে ফুল মৰহি যায়। প্ৰকৃতি-বিজ্ঞানীসকলে প্ৰকৃতিৰ গবেষণাত প্ৰকৃতিৰ নানা তত্ব উদ্ভাৱন কৰিছে। প্ৰকৃতিৰ অপৰিপুষ্টতা, অকাল বিনাশ আদিৰ নানা সত্যতত্ব গবেষণা কৰি উলিয়াইছে। বিশ্ব-সৃষ্টিত কাৰণ নোহোৱাকৈ কোনো কৰ্ম সাধন হব নোৱাৰে। স্থিতি, সঞ্চয়, পূৰণ, বিনাশৰূপী প্ৰকৃতিৰ ক্ৰিয়া চিৰন্তন। আজিৰ উন্নত বিজ্ঞান অনুশীলনত অগ্ৰসৰ পৃথিবীত প্ৰাণীতত্ববিদ, দেহতত্ববিদসকলৰ অবিৰাম গবেষণাৰ বিষয় স্বৰূপে এই বিজ্ঞানসমূহৰ উন্নতিত পৃথিবীয়ে নতুন পোহৰৰ বাট মোকোলাইছে। দেহতত্ববিদ মনীষীসকলৰ বিজ্ঞান-সাধনাৰ ফল স্বৰূপে পৃথিবীৰ আধি-ব্যাধিৰ বহু উপশম ঘটিছে। মৃত্যুহাৰ পৃথিবীত আচৰিত ৰকমে কমি যোৱাৰো এই দেহবিজ্ঞানৰ উন্নতিয়েই প্ৰধানতম কাৰণ। কলামোদী বিজ্ঞানী মনীষীসকলে বিধাতাৰ অপূৰ্ব সৃষ্টি-কৌশল উদ্ভাবন কৰিয়েই ক্ষান্ত হোৱা নাই, জীৱদেহৰ স্থিতি, পূৰণ, বিনাশ ক্ৰিয়াৰ অন্তৰ্নিহিত মূল তত্বসমূহো বিচাৰি উলিয়াইছে। আনকি বিনাশশীল দেহৰ অকৰ্মণ্য অংশ বাদ দি পশুদেহৰ অংশ আনি নিয়োগ কৰি একোটি অকৰ্মণ্য মানৱ-দেহকো কৰ্মঠ কৰি তুলিব পৰা অপূৰ্ব দেহবিজ্ঞানে অভাবনীয় সাফল্য লাভ কৰিছে। দেহ-বিজ্ঞানীৰ লগত মনোবিজ্ঞানো বিজড়িত। দেহৰ ক্ৰিয়াই মনৰ ওপৰত প্ৰতিফলিত হয়; মনৰ ক্ৰিয়াও দেহৰ ওপৰত প্ৰভাবিত হয়। মনোবিজ্ঞান প্ৰয়োগৰ সহায়লৈ বহু দুৰাৰোগ্য ব্যাধি মুক্ত কৰাৰ অভিনৱ পন্থা বহু মনীষীয়ে গ্ৰহণ কৰি আহিছে। দেহ-বিজ্ঞানৰ লগত বিজড়িত মনোবিজ্ঞানৰ প্ৰণালীসমূহ কলাৰ ওপৰত প্ৰতিষ্ঠিত, মনোবিজ্ঞানত কলাৰ প্ৰভাৱ সুস্পষ্ট। এটা অসুস্থ দেহ আৰু মনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিবলৈ হলে কলাৰ সহযোগেৰেহে অগ্ৰসৰ হব পৰা যায়। যেনে, এজন চিকিৎসকে ৰোগীৰ ওচৰলৈ আহি চিকিৎসাবিধান দিয়াৰ আগতেই

ৰোগীজনৰ অসুস্থ-পীড়িত দেহমনৰ প্ৰতি সহানুভূতি আৰু স্নেহ-কোমল আচৰণ, মৌ-মিঠা মাতৰ প্ৰভাৱেৰে সহজে ৰোগীজনৰ ওপৰত আধিপত্য বিস্তাৰ কৰিব পাৰে। এই মনোবিজ্ঞান কলা-কৌশলৰ ওপৰত প্ৰতিষ্ঠিত। বিশ্বৰ যিকোনো বিজ্ঞান-অনুশীলন কলা-বিবৰ্জিত হ্ব নোৱাৰে। আনকি যান্ত্ৰিক বিজ্ঞানসমূহো সম্পূৰ্ণ-ৰূপে কলাৰ ওপৰত প্ৰতিষ্ঠিত। যান্ত্ৰিক বিজ্ঞানসমূহত সুকৌশলী সূক্ষ্মতম ক্ৰিয়া-কৌশল পৰিমাৰ্জিত, নিৰ্মাণ আৰু সুদৃঢ় নিয়মাধীনৰ সমন্বয়তাৰ মাজত কলা-কৌশলৰ বিকাশ সুস্পষ্ট।

## ধ্বংসশীলা প্ৰকৃতি ঃ

প্ৰকৃতি বিজ্ঞান মতে প্ৰকৃতিৰ ধ্বংসমুখী দিশটিয়ে বহুদিনৰেপৰা আত্মপ্ৰকাশ কৰে বুলি বিজ্ঞানীসকলে কয়। বিশেষকৈ বহুমূলীয়া মানৱদেহ বা প্ৰাণীদেহৰ বহুদিন আগৰেপৰা হেনো সুস্পষ্ট বিনাশৰ লক্ষণসমূহ দেহত প্ৰকাশ পায়। প্ৰকৃতি মাতৃস্বৰূপা। প্ৰকৃতিয়ে জীৱদেহক সহজে বিনাশ হ্বলৈ নিদিয়ে। দেহৰ বিকৃতি-ৰোগ-সমূহে বিনাশৰ আগবতৰা জনোৱাৰ লগে লগে প্ৰকৃতি সজাগ হৈ উঠে। দেহৰ বিকৃতিসমূহ পূৰণ কৰিবলৈ প্ৰকৃতিয়ে অহোপুৰুষাৰ্থ কৰিবলৈ ধৰে; দেহৰ বিকৃতিবোৰ প্ৰচুৰ প্ৰাণশক্তি যোগাই পূৰণ কৰিবলৈ ধৰে। বিশ্ব-প্ৰকৃতি বা দেহ-প্ৰকৃতিয়ে অসমতা সহিব নোৱাৰে। দেহৰ অসমতা ঘটিলেও প্ৰকৃতিয়ে পূৰাবলৈ পাৰ্যমানে চেষ্টা চলাই থাকে। পৰম হিতৈষিণী কলাময়ী প্ৰকৃতিয়ে কোমল পৰশ বুলাই ক্ষয়ৰ পূৰণত যোগান ধৰি থাকে। বিজ্ঞানৰ ক্ৰিয়া ঔষধে এই স্বয়ংক্ৰিয়াশীলা প্ৰকৃতিক সহায়হে কৰে। প্ৰকৃতিয়ে নিজৰ স্বভাৱ শক্তিৰেই জীৱদেহক ৰক্ষা কৰিবলৈ শেষ মুহূৰ্তলৈকে বিকাৰৰ লগত সংগ্ৰাম কৰে। বিশ্ব-প্ৰকৃতিৰ স্বভাৱ উদ্ভিদ-জগৎ, জীৱ-জগৎ ক'তো অসাম্যতা ঘটিবলৈ নিদিয়াটো। নানা মূৰ্তিৰে প্ৰকৃতি মাতৃয়ে সৃষ্টি, স্থিতি, প্ৰলয়ৰ সমতা ৰক্ষা কৰে। বিনাশ-

শীল জীৱদেহক ৰক্ষা কৰিবলৈ প্ৰকৃতিয়ে শেষ মুহূৰ্তলৈকে অদ্ভুত সংগ্ৰাম কৰে। যেতিয়া বিনাশ বা ধ্বংস অনিবাৰ্য হৈ উঠে, তেতিয়া প্ৰকৃতি পৰাজিতা হয়, দেহ ধ্বংস হয়। এয়েই মৃত্যু বা বিনাশ। প্ৰকৃতিৰ এয়ে চিৰন্তন নীতি।

## *প্ৰকৃতিৰ নিৰ্দ্ধাৰিত পথ ঃ*

প্ৰকৃতিৰ কিছুমান ধৰাবন্ধা নিয়ম আছে; সেই নিয়মসমূহ যথাবিধি পালনৰ ব্যৱস্থা দেহ-বিজ্ঞানীসকলে নিৰ্দ্ধাৰিত কৰি থৈছে। সেই নিয়মসমূহ সকবেপৰা পালন কৰিবলৈ শিকিলে দেহৰ বিকৃতি, যথা—আধিব্যাধি, অকাল বৃদ্ধত্ব, অকাল মৰণৰপৰা হাত সাৰিব পাৰি বুলি মনীষীসকলে কৈছে। প্ৰকৃতিৰ ধৰা-বন্ধা নিয়ম, যথা—মানুহ নিয়মী, সংযমী হৈ নিয়মানুৱৰ্তিতা পালন কৰি জীৱন নিৰ্বাহ কৰিবলৈ শিকিলে মানুহে নিৰোগী, কান্তিমান আৰু দীৰ্ঘ জীৱন লাভ কৰে। এনে দৃষ্টান্ত বিৰল নহয়। অতীত কালৰ সমাজত এনে কঠোৰ নীতিৰ বান্ধোন থকাৰ কাৰণে ৰোগ, অকাল মৰণ আৰু হীনস্বাস্থ্যৰ মানুহ বিচাৰি পাবলৈ নাছিল। শত বছৰ পৰমায়ু লৈ, নিৰোগ-কান্তিমান হৈ বহু তেজস্বী দেহ-মনৰ বাতৰি আমি অতীত সাহিত্য-বুৰঞ্জীসমূহত পাওঁ। মানুহে স্বাভাৱিক জীৱন যাপন আৰু নিয়ম সংযমৰ অধীন হৈ চলিলে বহু ৰোগ, অকাল-বাৰ্দ্ধক্য আৰু অকাল-মৰণৰ হাত সাৰিব পাৰে। প্ৰকৃতিয়ে অসমতা নসহে। প্ৰকৃতিৰ ধৰা-বন্ধা নিয়ম উলঙ্ঘা কৰি মানুহ অসংযত অমিতাচাৰী হলে প্ৰকৃতিয়ে অচিৰতে প্ৰতিশোধ লবলৈ ব্যৱস্থা কৰে। মানুহে প্ৰয়োজনীয় ভোগসামগ্ৰী আৱশ্যক মতে গ্ৰহণ কৰি নিয়মানুৱৰ্ত্তিতাৰে মিতাচাৰী জীৱন যাপন কৰিবলৈ ললে মানুহৰ দেহৰ সুস্থতা, সুন্দৰ কান্তিয়ে দেখা দিয়ে। আৱশ্যকৰ অতিৰিক্ত আহাৰ, অত্যধিক ভোগ সামগ্ৰী গ্ৰহণ, অমিতাচাৰী, অসংযমী বিলাসীজনৰ ক্ষয়ৰ পথ উন্মুক্ত হৈ পৰে। দেহৰ ভোগৰ

দৰে মনৰ ভোগৰো সীমা লঙ্ঘন কৰিলে, প্ৰকৃতিয়ে সেই লঙ্ঘনৰ প্ৰতিশোধ লবলৈ আৰম্ভ কৰে। ভোগ স্পৃহাত উন্মত্ত হৈ অতিৰিক্ত বিলাসী জনে দেহ-মনৰ সংযমৰ মাত্ৰা উলঙ্ঘন কৰি, শৰীৰৰ ওজঃ পদাৰ্থৰ অযথা ক্ষয় সাধন কৰিলে প্ৰকৃতিৰ প্ৰতিশোধ তীব্ৰতৰ হৈ দেখা দি অকাল বাৰ্দ্ধক্য, ৰোগ, বিকল মন, অৱশেষত বিনাশৰ পথলৈ তীব্ৰভাৱে আগবঢ়াই নিয়ে।

সমাজৰ উচ্ছৃঙ্খল মনোবৃত্তিৰ অনুকৰণত আমাৰ দেশৰ উঠি অহা ভবিষ্যৎ বংশধৰসকলৰ অৱনতি তীব্ৰতৰ হৈ দেখা দিছে। বন্ধনহীন আজিৰ সমাজৰ দোষে সুকোমল সুন্দৰ মনোবৃত্তিসমূহ কলুষিত কৰি অপৰিণত দেহত অবিকশিত মস্তিষ্কত দাৰুণ আঘাত হানিছে। অপুষ্ট অৰ্দ্ধবিকশিত কিশোৰ জীৱনত আজি সমাজৰ প্ৰভাৱে অমিতাচাৰী, অসংযমী হৈ উঠাত সহায় কৰিছে। আদি-ৰসপূৰ্ণ আলোক চিত্ৰ, পশ্চিমৰ নগ্ন অশ্লীল চিত্ৰ আৰু সাহিত্য-প্ৰভাৱত প্ৰভাৱিত আজিৰ উঠি অহা কিশোৰ সমাজখনৰ মনৰ ওপৰত বিকৃত প্ৰভাৱ বিস্তাৰ কৰাৰ ফলত কিশোৰ-কিশোৰী, তৰুণ-তৰুণীসকলৰ মন ভোগোন্মুখী হৈ পৰাৰ ফলত প্ৰতি মুহূৰ্তে দেহৰ অযথা শক্তি-ক্ষয় অনিবাৰ্য হৈ পৰিছে। কোমল মস্তিষ্কৰ কোমল স্নায়ুসমূহ বাহিৰৰ প্ৰেৰণাত সময়ে অসময়ে বহুবাৰ উত্তেজিত হৈ পৰে। কুচিন্তা, যৌন-চিন্তাই কোমল মনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰাৰ ফলত শৰীৰৰ পৰম জীৱনীশক্তি ওজঃ ক্ষয় হৈ থাকে। অপৰিণত অৱস্থাত ওজঃ ক্ষয় হলে, অপুষ্ট দেহক অসংযত কৰিলে, কোমল মস্তিষ্কত ভোগাভিলাষী নানা অবাঞ্ছনীয় যৌন-চিন্তা প্ৰবেশ কৰিলে, মস্তিষ্কৰ কোমল অপৰিপুষ্ট স্নায়ুসমূহ অকাৰণ উত্তেজনাত নিজৰ অজ্ঞাতসাৰেই মেধা বা জীৱনৰ পৰম সম্পদ ওজঃ শক্তিৰ ক্ষৰণ হয়। ফলত মস্তিষ্ক আৰু শৰীৰৰ ধাৰণা-শক্তি দুৰ্বল হৈ পৰে। অযথা ওজঃ শক্তিৰ ক্ষয় সাধন হলে মেৰুদণ্ড বেঁকা হৈ পৰে, শৰীৰ খীণ, শক্তিহীন,

চিন্তাশক্তি দুৰ্বল, ধাৰণাশক্তি নিস্তেজ হৈ দৃষ্টি ক্ষীণ হৈ পৰাৰ ফলত জীৱনৰ সুদীৰ্ঘ পৰমায়ুৰ অজ্ঞাতসাৰেই বিনাশ সাধন ঘটে। এয়া প্ৰকৃতিৰ প্ৰতিশোধ। অসময়ত শৰীৰৰ ক্ষয়-সাধন নসহে। ফুলি অহা ফুল পাহৰ দৰে বিকাশশীল তৰুণ জীৱনবোৰৰ প্ৰকৃতিয়ে মনৰ ক্ৰিয়াও কলাৰ প্ৰভাৱত বিকাশ পাবলৈ ব্যাকুল হৈ উঠে। উঠি অহা জীৱনবোৰ সহানুভূতিশীল, কোমল, অনুভূতি-পৰায়ণ, সুখ, দুখ, প্ৰণয়-অনুৰাগত সহজতে বিহ্বল হৈ পৰা প্ৰকৃতিৰ নিয়ম। কোমল জীৱনত কলাৰ প্ৰভাৱ বিস্তাৰ দ্ৰুততৰ। প্ৰকৃতিয়ে এহাতে কলা বিস্তাৰ কৰে আনহাতে কলা গ্ৰহণৰ মিতাচাৰো আশা কৰে। প্ৰকৃতিৰ কলা প্ৰভাৱৰ উন্নত ধৰণৰ গ্ৰহণৰ ব্যৱস্থাও প্ৰকৃতিয়ে অব্যাহত ৰাখে। মানৱ জীৱনৰ বিকাশ ধাৰণাসমূহলৈ লক্ষ্য ৰাখি অতীত মনীষী সকলে উঠি অহা জীৱনবোৰৰ কাৰণে সুচিন্তিত জীৱন গঠনৰ সুন্দৰ প্ৰণালী লিপিবদ্ধ কৰি থৈছে। কিশোৰ বয়সৰেপৰা নিয়ম, সংযম, পবিত্ৰ চিন্তা আৰু কৰ্মৰ ব্যৱস্থা কৰি থৈছে। এই লিপিসমূহৰ মাজত প্ৰকৃতিৰ ৰহস্যময় বিজ্ঞান সুস্পষ্ট। বিধাতাৰ অপূৰ্ব সৃষ্টি মানুহ। মানৱ-জীৱনৰ কিশোৰ কোমল সময়খিনি প্ৰচুৰ প্ৰাণ শক্তিৰে ওপচা। মানৱ শিশু-প্ৰকৃতিৰ অপূৰ্ব প্ৰাণ প্ৰাচুৰ্য লৈ বাঢ়ি যায়—প্ৰাণৰ মাজত বিপুল প্ৰেৰণা বিকাশৰ চেতনা বিচাৰি পোহৰৰ অন্বেষণত, জ্ঞানৰ অন্বেষণত। অতীত ভাৰতৰ সমাজত উঠি অহা কিশোৰ জীৱনবোৰক প্ৰকৃত পোহৰৰ বাট দেখুৱাই দিয়া জ্ঞানৰ কেন্দ্ৰ, মানবীয়তা উন্মেষৰ কেন্দ্ৰ স্বৰূপ মনীষীসকলৰ আশ্ৰম বা শিক্ষা-কেন্দ্ৰ আছিল। সেই শিক্ষাকেন্দ্ৰবোৰত মানৱ জীৱনক সম্পূৰ্ণ ৰূপে বিকশিত কৰি তোলাৰ কিছুমান সুন্দৰ পদ্ধতি আছিল। মনোবিজ্ঞান, দেহবিজ্ঞানত প্ৰতিষ্ঠিত উক্ত পদ্ধতিসমূহৰ সহায়েৰে শিক্ষাগুৰুসকলে শিষ্য বা ছাত্ৰ-ছাত্ৰীসকলৰ দেহমনৰ ওপৰত পবিত্ৰ প্ৰভাৱ বিস্তাৰ কৰি শিক্ষা দান কৰাৰ লগে লগে শিষ্য

সকলে উঠি অহা জীৱনটিৰ আৰম্ভণিৰে পৰা দেহ-মনক সংযম, নিয়ম, সত্যনিষ্ঠা, বিনয়, নম্ৰতা, দৃঢ়তাৰ জ্ঞানসাধনাত অভ্যস্ত কৰি তুলিবলৈ সমৰ্থ হৈছিল। সংযম, নিয়মৰ ফলত নিৰোগ, কান্তিমান, সুস্থ, সবল, তেজস্বী দেহ, তীব্ৰ মেধাশক্তিৰ অধিকাৰী হব পাৰিছিল। যিহেতু আশ্ৰমত শিক্ষা আৰু জ্ঞান দানৰ উপৰি দেহ-মন বিকাশৰ ক্ষেত্ৰতো গুৰুসকলৰ আছিল প্ৰখৰ দৃষ্টি। সংযমৰ ফলত শান্ত মস্তিষ্কত প্ৰচুৰ ওজঃ শক্তি সঞ্চিত হৈ উঠিবলৈ সুবিধা হোৱাত তীব্ৰ মেধাশক্তিৰ অধিকাৰী ছাত্ৰসকলে একো একোখন বিৰাট গ্ৰন্থ কণ্ঠস্থ কৰিবলৈ সমৰ্থ হৈছিল। শুনি মুখস্থ কৰা এই গ্ৰন্থসমূহৰ নাম 'শ্ৰুতি' বা 'স্মৃতি'। মহা মনীষীসকলৰ শিক্ষাত অতীত ভাৰতৰ ছাত্ৰ-ছাত্ৰীসকলে গভীৰ জ্ঞান-বিজ্ঞানৰ অধিকাৰী হোৱাৰ উপৰিও লাভ কৰিছিল সুদীৰ্ঘ পৰমায়ু, নিৰোগ, তেজস্বী, কান্তিমান দেহ, সুতীব্ৰ মেধাশক্তি, মহান মানবীয় চৰিত্ৰ। সকলো সম্পদতকৈ শ্ৰেষ্ঠ সম্পদ মহান মানবীয় চৰিত্ৰৰে অলঙ্কৃত হৈ শিক্ষাকেন্দ্ৰ আশ্ৰমসমূহৰ পৰা ওলাই আহিছিল অতীত ভাৰতৰ শ্ৰেষ্ঠ মানৱৰত্নসকল।

বিজ্ঞান আৰু কলাৰ সমন্বয়তা সাধন হৈছিল অতীত ভাৰতৰ শিক্ষাকেন্দ্ৰ আশ্ৰমসমূহত। এয়ে অতীত গৰিমাময় সুৰঞ্জিত ভাৰতবৰ্ষ। অতীত ভাৰতৰ শিক্ষাকেন্দ্ৰবোৰত বিজ্ঞান আৰু কলাৰ সমন্বয়তা ৰক্ষা কৰি শিক্ষা দানৰ ব্যৱস্থা ৰাখিছিল পূৰ্ণ মানবীয়তা বিকাশৰ অৰ্থে।

# সমাজ জীৱনত সাহিত্যৰ প্ৰভাৱ

সাহিত্য জাতীয় জীৱনৰ মানদণ্ড। সাহিত্যৰ ওপৰতেই এটা জাতিৰ উন্নতি অৱনতিৰ নিৰ্ণয় হয়। সাহিত্য মানৱ জীৱনৰ প্ৰধানতম সৃষ্টি। মানৱমন উন্নত নহলে সৃষ্টিও উন্নত হব নোৱাৰে। উন্নত সাহিত্য সৃষ্টি কৰিবলৈ লাগে বিস্তৃত জ্ঞান। বহু অধ্যয়নৰ দ্বাৰা জ্ঞান আহৰণ কৰি লব নোৱাৰিলে সাহিত্য-সৃষ্টি সমৃদ্ধিশালী হব নোৱাৰে। সাহিত্যই কোনো এটা জাতিৰ মান নিৰ্ণয় কৰে। যি সাহিত্যক বিশ্বই স্বীকৃতি দিছে সেই সাহিত্যই উন্নত সাহিত্য। সাহিত্যত গভীৰ জ্ঞানৰ প্ৰয়োজন। দেশৰ জাতিৰ মনীষীসকলেই জীৱনব্যাপী সাধনাৰে অমূল্য সাহিত্য সৃষ্টি কৰি দেশৰ সন্মান প্ৰতিষ্ঠা কৰাত সহায় কৰি আহিছে। অধ্যয়নকাৰী সকলৰ সাহিত্যৰ লগত এটি এৰাব নোৱাৰা সংযোগ ঘটে। বহু গ্ৰন্থ অধ্যয়নৰ ফলত মন-মানসত সত্যতথ্যৰ বিভিন্ন প্ৰভাৱে মানস ভড়াল উপচি পৰি সাহিত্য স্ৰজোতাজনৰ মনত সৃষ্টিৰ সমল যোগায়। সুসাহিত্য যোগে মনলৈ সুপ্ৰেৰণা আহে। সত্যৰ প্ৰতি নিশ্চিত ধাৰণাই মনক সবল কৰি তোলাৰ ফলত মনলৈ শক্তিশালী প্ৰবাহ বৈ অহা অনুভূত হয়। যেনেকৈ কোনো এটা কথা জানিলে মানুহক কব লৈ মন যায়, সেইদৰে সাহিত্যিকসকলে, কবিসকলে বহু জ্ঞানৰ বিষয়ে নিজে অভিজ্ঞতা লাভ কৰি আনক বিলাই দিবলৈ সাহিত্য-কাব্য সৃষ্টি কৰে। সাহিত্যৰ মূল উৎস বিদ্যা। জ্ঞানীসকলে কৈছে —"বিদ্যয়াবিন্দতেঽমৃতম্।" অৰ্থাৎ বিদ্যাৰ পৰা জ্ঞানৰূপ অমৃত লাভ কৰা যায়। ৱিদ্যা অমৃতদানকাৰিণী, বিদ্যাৰপৰা লাভ কৰা অমৃত-সত্যৰ প্ৰভাৱত সৃষ্টিৰ প্ৰেৰণা আহে। আজিৰ স্বাধীন ভাৰতবৰ্ষত

জাগৰণৰ ঢৌ উঠিছে। ভাৰতৰ প্ৰত্যেক প্ৰদেশতে নিজ সাহিত্যৰ উৎকৰ্ষতাত পণ্ডিত সাহিত্যিকসকলে মনোনিবেশ কৰিছে। ভাৰতৰ সিদিনালৈকে নিশকতীয়া হিন্দী ভাষাই ৰাষ্ট্ৰভাষাৰ সন্মান পোৱাৰ লগে লগেই দুগুণ উৎসাহেৰে হিন্দী সাহিত্যৰ উৎকৰ্ষ সাধনৰ বাবে তৎপৰ হৈ উঠিছে। ভাৰত সংবিধানে স্বীকৃতি দিয়া চৈধ্যখন ৰাজ্যৰ চৈধ্যটা ভাষাক যোগ্যতা অনুসৰি ৰাজসন্মান যাচি ভাৰত চৰকাৰে পুৰস্কৃত কৰি উৎসাহ উদ্‌গণি দিয়াত প্ৰত্যেক ভাষাই নিজৰ সাহিত্যক উন্নত স্তৰলৈ নিবলৈ সাহিত্যিক আৰু কবিসকল উৎসাহিত হোৱা দেখা গৈছে। বছৰে বছৰে দিল্লী মহানগৰীত সৰ্বভাৰতীয় কবি-সন্মিলন পাতি সৰ্বভাৰতৰ বিবিধ ভাষাৰ মাজত ঐক্য স্থাপনত পৰস্পৰৰ ভাব-ভাষাৰ আদান-প্ৰদানৰ সুবিধা হৈছে। বিবিধ ভাষাৰ সাহিত্যিক আৰু কবিসকলক ৰাজ-উপাধিৰে বিভূষিত কৰি, সন্মানিত কৰি অতীত ভাৰতৰ ঐতিহ্যৰ পাতনি মেলিবলৈ কৰা যত্ন, যেনে অতীত ভাৰতৰ ৰজাসকলে গুণীজনৰ গুণৰ সন্মান দেখুওৱা প্ৰথা পূৰ্বত প্ৰচলিত আছিল। প্ৰত্যেকখন ৰাজসভাত কবিসকলক ৰত্ননামে বিভূষিত কৰি সম্পদ দান কৰা প্ৰথা আছিল। বিক্ৰমাদিত্যৰ ৰাজসভাত ন'জনা বিভিন্ন গুণী কবিক 'নব-ৰত্ন' উপাধিৰে বিভূষিত কৰি ৰাজ-সন্মানেৰে সন্মানিত কৰা প্ৰথামতেই ভাৰতৰ স্বাধীন চৰকাৰে অতীতৰ এনে আদৰ্শ প্ৰচলিত কৰি প্ৰশংসনীয় প্ৰথা গ্ৰহণ কৰিছে।

এইটো উত্থানৰ যুগ। আমাৰ দেশ অসমৰো এদিন সাহিত্যৰ গৌৰৱত গৌৰৱান্বিতা হৈ প্ৰাচীন সোণালী সাহিত্যৰ বুৰঞ্জীৰে যুগমীয়া ভেটি বান্ধি লৈ সুদূৰ সপ্তম শতিকাতে অসমী আইক গৌৰৱৰ আসনত বহুৱাই থৈ যাব পৰা কৃতিত্ব আৰ্জিছিল। পিচৰ যুগতো অসমৰ স্বনামধন্য কৃতী সাহিত্য প্ৰেমীসকলৰ যত্নত অসমত 'জোনাকী' যুগে পাতনি মেলি জোনাকৰ ঢল নমাই থৈ গ'ল। জাতীয় চিৰস্মৰণীয় স্বৰ্গগত সাহিত্যিক আৰু কবিসকলৰ যুগমীয়া

আদৰ্শ আগতলৈ উদীয়মান অসমীয়া কবি-সাহিত্যিকসকলে দেশৰ সাহিত্যক গৌৰৱৰ আসনত বহুওৱাৰ দিন আহিছে। অসমৰ *একমাত্ৰ জাতীয় মহাসভা 'অসম সাহিত্য সভা'ৰ গৌৰৱ বৃদ্ধি হব অসমীয়া সাহিত্যৰ উন্নতিৰ মানদণ্ডেৰে। অসমৰ ঐতিহ্যমণ্ডিত* অসম সাহিত্য মহাসভাই দুই বাহু মেলি পৰ্বত-ভৈয়ামৰ আগত শৰণাৰ্থী আশ্ৰয়ীসকলক সাদৰে আহ্বান কৰিছে—অসমীয়া ভাষাক ভাব-ভাষা আৰু গধূৰ মূল্যৰ মণি-মুকুতা খটাই উন্নত স্তৰলৈ আগুৱাই নিবলৈ।

### *পৰ্বতীয়া সংস্কৃতি ঃ*

পৰ্বত-ভৈয়ামৰ মিলিত শক্তিৰ বৰঙণিৰেহে এখনি সমৃদ্ধিশালী উন্নত অসম গঢ়ি তুলিব পৰা যাব। পৰ্বতীয়া সভ্যতা-সংস্কৃতিৰ মুকুতাবুলীয়া দৃঢ়চৰিত্ৰ, মাধুৰ্য, ৰীতি-নীতি, আচাৰ-বিচাৰৰ সোণ খটাই অসমীয়া সাহিত্যিক, গল্প-উপন্যাস-লেখকসকলে অসমীয়া সাহিত্য ক্ষেত্ৰত নতুন পোহৰ পেলাবলৈ যত্ন কৰা উচিত। অসমীয়া অভিধানত জনজাতীয় ভাষাৰ ধুনীয়া শব্দবোৰ সংযোজিত কৰিবলৈ যত্ন কৰিলে অসমীয়া শব্দকোষ চহকী হব। ভাব-গধুৰতা, আদৰ্শময় পৰিবেশ, বিভিন্ন শুৱলা শব্দৰ সংযোজনাৰে এটা ভাষাৰ সাহিত্যৰ মূল নিৰূপিত হব পাৰে। বঙ্গদেশৰ সাহিত্যৰ বিচাৰত কবিগুৰু ৰবীন্দ্ৰনাথৰ 'গীতাঞ্জলি' কাব্যৰ ভাব-গধূৰ আদৰ্শময় শুৱলা ৰচনাই বিশ্ব-সাহিত্যত শ্ৰেষ্ঠত্ব প্ৰমাণ কৰিলে। ৰবীন্দ্ৰনাথৰ আদৰ্শই সমগ্ৰ বঙ্গসাহিত্য উন্নত পৰ্যায়লৈ উন্নীত হোৱাত বৰঙণি যোগালে। বঙ্কিম, শৰৎচন্দ্ৰই এটা যুগ গঢ়িলে।

ইংৰাজী সাহিত্যত শ্বেক্সপীয়েৰ, শ্বেলী, বাইৰণ, ৱৰ্ডছ্বৰ্থ আদিৰ নাট্য আৰু কাব্যসাহিত্যই ইংৰাজী সাহিত্যক সমগ্ৰ প্ৰতীচ্যৰ মাজত শীৰ্ষস্থানৰ অধিকাৰী কৰিছিল। সাহিত্যিক আৰু কবিসকলৰ সৃষ্টি উন্নত পৰ্যায়ৰ হোৱা উচিত।

অসমৰ উদীয়মান লেখকসকলৰ ভিতৰত সমাজ-চিত্ৰণত আদিৰসে প্ৰাধান্য পোৱা দেখা যায়। আদিৰসপূৰ্ণ ৰচনাই সমাজ-মনক কোনো নতুন পোহৰৰ বাট দেখুৱাব পাৰিব বুলি আশা কৰিব নোৱাৰি। তথাপি কৃতী সাহিত্যিকৰ সৃষ্টি-কৌশলৰ ধুনীয়া ঢাকনিৰে ঢাকি আদিৰসকো মনস্তাত্বিকপূৰ্ণ তথ্যৰে বহুমূলীয়া সাহিত্যৰ পৰ্যায়লৈ উন্নীত কৰাৰ বাট আছে। চিন্তাশীল সাহিত্যিকৰ সুদূৰ প্ৰসাৰী দৃষ্টিভঙ্গীয়ে সাহিত্যৰ মানদণ্ড উন্নত হোৱাত সহায় কৰে। যি সাহিত্যই মানুহৰ সুপ্ত মনোবৃত্তি বিকাশ হোৱাত সহায় কৰি সুপ্ত বিপথগামী বিবেকক জাগ্ৰত হোৱাত সহায় কৰে সেই সাহিত্যই উন্নত-সাহিত্য।

### *সমাজ জীৱন ঃ*

সাহিত্যত বিবিধ ৰসৰ স্থান আছে। উন্নত, মাৰ্জিত ভাষাৰ কৌশলৰ সহায়েৰে সাহিত্য সৃষ্টিত বিবিধ ৰস সমাবেশ কৰাৰ কৃতিত্ব সাহিত্যিক, কবি, নবাগত লিখক-লিখিকাসকলৰ উন্নত সৃষ্টিৰ ওপৰত নিৰ্ভৰ কৰিছে। সমাজ জীৱনত চৰিত্ৰই প্ৰধান ঠাই অধিকাৰ কৰি আছে। চৰিত্ৰ বিশ্লেষণেই সাহিত্য সৃষ্টিৰ ঘাই আহিলা, বিশেষকৈ উপন্যাস লিখকসকলৰ মানৱ জাতিৰ বিচিত্ৰ চৰিত্ৰৰ বিশ্লেষণৰ বিষয়টিলৈ গভীৰ দৃষ্টিপাতৰ প্ৰয়োজন। ইংৰাজ লেখক বিখ্যাত শ্বেক্সপীয়েৰৰ সাহিত্যৰ ঘাই আহিলা বিচিত্ৰ চৰিত্ৰৰ অপৰূপ চিত্ৰ অঙ্কন। এই ক্ষেত্ৰত কৃতী সাহিত্যিক-কলাকাৰে চিত্ৰকৰৰ ঠাই অধিকাৰ কৰে। শ্বেক্সপিয়েৰৰ চৰিত্ৰ অঙ্কনৰ কৃতিত্বই যুগমীয়া বিশ্ব-সাহিত্যৰ সন্মান পোৱাত সহায় কৰিলে। চৰিত্ৰ জাতিৰ মানদণ্ড। চৰিত্ৰৰ ওপৰত জাতিৰ উত্থান পতন বহুখিনি নিৰ্ভৰ কৰে। একোজন কৃতী লিখকৰ চৰিত্ৰ অঙ্কনৰ চিত্ৰৰূপে একোটা জাতিৰ চৰিত্ৰ গঢ় দিবলৈ সমৰ্থ। একোখন উপন্যাস-সাহিত্য বা গল্প-সাহিত্যই একোটা উন্নত আদৰ্শবান

জাতি গঢ়িবলৈ সমৰ্থ হয়। সমাজ-জীৱনত উপন্যাস আৰু গল্প লিখকসকলৰ দায়িত্ব অতি গধুৰ।

যুগ পৰিবৰ্তনৰ লগে লগে দেশত সমাজ-জীৱনৰ চৰিত্ৰ ক্ষেত্ৰতো বহু পৰিবৰ্তনে দেখা দিয়ে। দেশৰ সংঘাতময় পৰিস্থিতিৰ সহায় লৈ মানৱ-চৰিত্ৰৰ ওপৰতো বৃহত্তৰ সংঘাতৰ ক্ৰিয়া প্ৰতিফলিত হৈ পৰিছে। এখন গতিশীল সমাজৰ যদি লক্ষ্য আৰু আদৰ্শ নাথাকে তেন্তে সেই গতিত সমাজ-চৰিত্ৰ বিকাশৰো থাউনি হেৰায়। আজিৰ ভাৰতবৰ্ষৰ সমাজ জীৱনৰ চৰিত্ৰ আৰু আদৰ্শ লক্ষ্যহীন হৈ পৰিছে। দেশৰ প্ৰধান চৰিত্ৰসমূহৰ মাজতো বহুজনৰ চৰিত্ৰ লক্ষ্যচ্যুত পথভ্ৰষ্ট হোৱা দেখা গৈছে। ফলত নৱাগত উদীয়মান সমাজখনেও চৰিত্ৰৰ আদৰ্শ হেৰুওৱা স্বাভাবিক।

মানৱ-জীৱনটোৱেই আদৰ্শৰ অনুগামী। এই মানৱ জীৱনে আদৰ্শ হেৰুৱালে জীৱনৰ পৰিবেশ সুন্দৰতম হব নোৱাৰে; অসুন্দৰ অনুসৰি জীৱনে সত্যময় সৃষ্টিৰ অধিকাৰী হব নোৱাৰে। জীৱনৰ প্ৰত্যেকটি মুহূৰ্তত মানৱ-অন্তৰৰ সত্য অন্বেষী আত্মাটোৱে সৌন্দৰ্যময় সত্যৰ পোহৰ বিচাৰে। বায়ুহীন ঘৰত মানুহে যেনেকৈ মুক্তিৰ নিশ্বাস পেলোৱাৰ আকুলতা অনুভৱ কৰে সেইদৰে মানৱ অন্তৰৰ সৌন্দৰ্য পিয়াসী আত্মাটোৱেও সত্যময় সৌন্দৰ্যৰ পৰশ বিচাৰি ব্যাকুল হয়। এয়েই মানৱ-জীৱনৰ প্ৰধানতম অশান্তি। মানৱ জীৱনত লাগি থকা যি অবিৰাম অশান্তি মানুহে অনুভৱ কৰে, সেই অশান্তি ক্ষুদ্ৰ-সুখ হাবিয়াসৰ অশান্তি নহয়, এইবোৰ ক্ষুদ্ৰ হেতু উপলক্ষ্য মাত্ৰ। মানৱ-মন সত্য-সন্ধানত প্ৰতিষ্ঠিত হলে সৃষ্টিৰ সুন্দৰতম অনুভূতি আহি মানৱ-মানসত ধৰা দিয়েহি। এই অপূৰ্ব অনুভূতিৰ সহায় লৈ সৌন্দৰ্য পূজাৰীজনে প্ৰকৃত সৌন্দৰ্যপূৰ্ণ কলাৰ বিকাশ সাহিত্য, বিজ্ঞান, সুকুমাৰ কলাৰ সৃষ্টি কৰিবলৈ সমৰ্থ হয়। সাহিত্য-সাধনা শ্ৰেষ্ঠতম কলাসাধনা। এই শ্ৰেষ্ঠতম কলা সাহিত্য-সাধনাৰ প্ৰকৃত আকৰ্ষণ সাহিত্য সাধকে

অন্তৰত অনুভৱ কৰিবলৈ সমৰ্থ হয়। এই আকৰ্ষণত সাহিত্য-সাধকৰ মন সাহিত্য সাধনাত সমাহিত হৈ পৰে। দেশৰ প্ৰতিষ্ঠিত কবি-সাহিত্যিক মনীষীসকলৰ কৃতিত্বৰ পথ ফঁহিয়াই চালে প্ৰত্যেক জনৰে সমাহিত সাহিত্যজীৱনৰ সন্ধান পোৱা যায়। সাহিত্য সৃষ্টিৰ এৰাব নোৱাৰাযি আকৰ্ষণ এই আকৰ্ষণৰ সন্ধান সাহিত্য সৃষ্টিকাৰীজনে অনুভৱ কৰে।

## *সাহিত্যিকৰ দৃষ্টি ঃ*

সাহিত্যই একোখন দেশ আৰু জাতি গঠনৰ সহায়কাৰী বুলি আগতে কৈ অহা হৈছে। সাহিত্য-সৃষ্টিকাৰীসকলৰ শুভ সঙ্কল্প ভৱিষ্যত জীৱনৰ লক্ষ্য হোৱা উচিত। পশ্চিমীয়া অনুকৰণত আমাৰ দেশৰ এচাম লিখকে 'নগ্ন' সাহিত্য ৰচনাত ৰুচিবোধ দেখুৱাইছে। এই নগ্ন সাহিত্যই জাতীয় জীৱনত কিবা বৰঙণি যোগাব পাৰে বুলি মই নাভাবো। প্ৰকৃতিৰ প্ৰেৰণাত মানৱ জীৱনত যৌন প্ৰবৃত্তিৰ উদ্ৰেক স্বাভাবিক। এই উশৃঙ্খল যৌন বৃত্তিক সংযত কৰিবলৈ, মানৱ-জীৱনক বিকশিত কৰিবলৈ নানা বিধিৰে সমাজত বাধা-নিয়ন্ত্ৰণ প্ৰচলিত কৰিছে। ধৰ্মবাধা, নীতিবাধা, লৌকিকতা নিয়মৰ বন্ধনত সামৰি জাতিক সুশৃঙ্খল জীৱনলৈ উন্নীত কৰাৰ প্ৰয়াসৰ মূলতে চৰিত্ৰ নিয়ন্ত্ৰণৰ পদ্ধতি সমাজত প্ৰচলিত।

উঠি অহা কিশোৰ জীৱনত যৌৱনৰ প্ৰাৰম্ভণিত বা যৌৱন কালত যৌনবৃত্তি উত্তেজনাকাৰী অশ্লীল সাহিত্য পাঠৰ ফলত, অশ্লীল-নগ্ন আলোক চিত্ৰ দৰ্শনত সুকুমাৰ পবিত্ৰ জীৱনৰ ফুলপাহ ফুলিবলৈ নৌ পাওঁতেই প্ৰবৃত্তি উদ্ৰেকৰ পোকে খাই মুজুৰা পেলায়। সেই পাহ জীৱন-ফুল সম্পূৰ্ণৰূপে ফুলি জাতি-সমাজক সুগন্ধি সৌৰভেৰে সুৰভিত কৰি তুলিবলৈ কোনো মতেই সক্ষম হব নোৱাৰে। যৌনবৃত্তি উত্তেজক সাহিত্য বা কথাছবিৰ অবাধ প্ৰচলনৰ ফলত আজিৰ সমাজ-জীৱন পতিত হৈ চৰিত্ৰ হেৰুৱাইছে।

যৌৱন উন্মেষৰ সময়ত যৌন-বৃত্তিৰ উত্তেজনা হলে কোমল মস্তিষ্কৰ অবিকশিত দুৰ্বল স্নায়ুবোৰ উত্তেজিত হৈ পৰে। পূৰ্ণতাৰ বাটত আগবঢ়া কিশোৰ জীৱনকালৰ সময়ত অযথা স্নায়ুবোৰ উত্তেজিত হবলৈ দিলে মস্তিষ্কৰ ওজঃশক্তি নাশ হৈ স্নায়ু দুৰ্বল হৈ পৰে। জীৱন অল্পায়ু হয়। মেধাস্মৃতি খীণ হৈ মনুষ্যত্ব বিকাশত বাধা দান কৰিছে। সৰহ ভাগেই উঠি অহা সমাজখনত ভৱিষ্যত জীৱন গঠনত উদাসীনতাই ঠাই লৈছে। ক্ষণিক আনন্দৰ সোৱাদ পাই ভবিষ্যতৰ লক্ষ্য হেৰুৱাই উচ্ছৃঙ্খল জীৱন বাটত আজি জাতিৰ ভবিষ্যত দল যেন আগবাঢ়িছে। কুৰি-শতিকাৰ স্বাধীন ভাৰত তথা স্বাধীন অসমৰ সমাজজীৱনৰ এয়েই অৱনতিৰ কাৰণ। জাতিয়ে চৰিত্ৰ হেৰুৱাই বিপথগামী হোৱাবো এয়েই প্ৰধানতম কাৰণ। ভাৰতীয় ছাত্ৰসমাজৰ উচ্ছৃঙ্খলতাৰো এয়েই প্ৰধান কাৰণ। নৱলব্ধ স্বাধীনতাৰ অধিকাৰীসকলে ভাৰত গঢ়িব লাগিলে সাহিত্য ক্ষেত্ৰৰ পৰা 'নগ্ন' সাহিত্য আঁতৰাব লাগিব। অশ্লীল আলোকচিত্ৰ দৰ্শন নিষেধ কৰিব লাগিব, বিলাতী নগ্নচিত্ৰৰ তাৰকাৰ ছবি প্ৰকাশ নিষেধ কৰিব লাগিব। উদীয়মান ছাত্ৰ-ছাত্ৰী-সমাজক অতীত ভাৰতৰ সংযতনীতি শিক্ষাৰে অনুপ্ৰাণিত কৰি তুলিবলৈ প্ৰত্যেকজন সাহিত্যস্ৰষ্টি কাৰোঁতাৰ লক্ষ্য হোৱা উচিত।

পিতৃ-মাতৃ, অভিভাবকসকলৰ ওপৰতো নিজ সন্তানৰ সুন্দৰ, দীৰ্ঘায়ু, সুস্থ, উজ্জ্বল জীৱন গঢ়ি দিয়াৰ দায়িত্ব সৰ্বশ্ৰেষ্ঠ কৰ্তব্য হোৱা উচিত। নিজ সন্তানৰ চৰিত্ৰ গঠন সুমাতৃৰ প্ৰধান কৰ্তব্য। সংযম-সুনীতিৰ উপকাৰিতা, অসংযমৰ দুৰ্নীতিৰ অপকাৰিতা ল'ৰা-ছোৱালীক ভাল দৰে বুজাই দিব পাৰিলে, ল'ৰা-ছোৱালীৰ উশৃঙ্খল আচৰণ সংযত সুমাৰ্জিত হবলৈ বাধ্য হয়। আদি ৰসপূৰ্ণ সাহিত্যক উচ্চ স্থান দিয়া উচিত নহয়। দেশৰ প্ৰত্যেকজন কবি, সাহিত্যিক, লিখকৰ দেশ-জাতিৰ কল্যাণ মূলক উদ্দেশ্য হলে সমাজ জীৱনকো নিয়ন্ত্ৰণ কৰাত সাহিত্যই বৰঙণি যোগাব।

# সমাজ জীৱনত সংস্কৃতিৰ প্ৰভাৱ

বহু ঘাত-প্ৰতিঘাত, বিপ্লৱ অতিক্ৰম কৰি আজি স্বাধীন দেশে বিচাৰিছে এখনি আদৰ্শপূৰ্ণ প্ৰগতিবাদী সমাজ। এনে এখন সমাজ সংগঠনত দেশৰ প্ৰত্যেক জন পুৰুষ-নাৰী সমান অংশীদাৰ। দেশৰ অগ্ৰগতি নিৰ্ভৰ কৰে সমাজ সংগঠন আৰু পাৰিপাৰ্শ্বিক আদৰ্শময় প্ৰেৰণাৰ ওপৰত। বহুলোকৰ সমষ্টিলৈয়ে সমাজ গঠিত হয়। এনে সমাজৰ মান নিৰ্ভৰ কৰে মানবীয় বিকাশৰ ওপৰত। অতীত ভাৰতবৰ্ষত সমাজ সংগঠিত হৈছিল পৰিপূৰ্ণ মানবীয় নীতিৰ ওপৰত ভিত্তি কৰি। যিহেতু সেই সমাজ সংগঠন-কাৰী সমাজৰ শীৰ্ষস্থানীয়সকল আছিল আদৰ্শময় জীৱন যাপন-কাৰী। তপস্যাময় সাধনাৰে নিজৰ জীৱনক সংশোধিত কৰি মানবীয় প্ৰতিভাৰ জ্বলন্ত নিদৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত একোজন মনীষী, যি সকলৰ অমোঘ নিৰ্দেশ দেশৰ শাসকসকলেও বিনা দ্বিধাৰে সন্মানেৰে শিৰ পাতি মানি লবলৈ বাধ্য হৈছিল। চৰিত্ৰ-বলত দৃঢ় শক্তিমান সমাজপতি মনীষীসকলৰ নিৰ্দেশত বন্ধা সমাজৰ নীতি আৰু পদ্ধতিক ৰজাৰপৰা প্ৰজালৈকে সকলোৱে সসন্মানে মানি চলিছিল। তেনে নিয়ম-পদ্ধতিক অমান্য কৰা পাপ বা অন্যায় নামেৰে সমাজ-মনত সংস্কাৰাবদ্ধ হৈ পৰাত তেনে নীতিক অমান্য কৰাত নিজকে দোষী, অন্যায়কাৰী, অপৰাধী বুলি ভাবি-বলৈ সমাজ-চেতনাই শিক্ষা দিছিল। সেই দিনৰ জনসমাজে এনে অন্যায় পাপকৰ্ম কৰি অনুতপ্ত হৈ অকুণ্ঠ চিত্তে দণ্ড লবলৈ বা প্ৰায়শ্চিত্ত কৰিবলৈ শঙ্কিত বা কুণ্ঠিত নহৈছিল—যিহেতু সেই দিনা ভাৰতবৰ্ষৰ সমাজ চেতনাত সত্য পালনৰ সৎসাহস জনগণৰ মনত

বদ্ধমূল সংস্কাৰ স্বৰূপে পৰিগণিত হৈ চৰিত্ৰৰ এটা প্ৰধান দিশ ৰূপে ক্ৰিয়া কৰিছিল। মনীষীসকলে বান্ধি দিয়া প্ৰাচীন ভাৰতৰ জনচেতনা সংগঠিত হোৱা ন্যায়-নীতিৰ সংস্কাৰবোৰে সমাজৰ বহু অন্যায়, দুৰ্নীতি, পাপৰপৰা সমাজক ৰক্ষা কৰিবলৈ সমৰ্থ হৈছিল। অতীত ভাৰতৰ বুৰঞ্জীসমূহত একো একোজনে আদৰ্শৰ সত্যৰ সন্মান ৰক্ষাৰ অৰ্থে নিজৰ স্ত্ৰী, পুত্ৰ, ৰাজ্য, ধন বিসৰ্জন দি বনবাসী হোৱাৰ দৃষ্টান্ত আমাৰ চকুৰ আগত সদায় জিলিকি আছে। অতীত ভাৰতৰ পুৰুষ নাৰীৰ উজ্জ্বল আদৰ্শপূৰ্ণ মানবীয় বিকাশৰ ক্ষেত্ৰ স্বৰূপ চৰিত্ৰসমূহৰ দৃষ্টান্তই ভাৰতভূমিত সোণৰ ক'লচী বান্ধি ভাৰতৰ আদৰ্শপূৰ্ণ মহান গৌৰৱ যুগজয়ী কৰি থৈ গৈছে। সত্যৰ সন্মান, আদৰ্শৰ সন্মান ৰক্ষাই ভাৰতীয় সংস্কৃতিৰ প্ৰধান ধৰ্ম বুলি ভাৰতৰ ঐতিহ্য আৰু গৰিমা চিৰগৌৰৱান্বিত।

### *ভাৰতীয় সংস্কৃতিত পচিমৰ প্ৰভাৱ ঃ*

দেশ পচিমীয়া শাসনৰ তললৈ যোৱাৰ ফলত ভাৰত জুৰি পচিমীয়া সভ্যতাই পোহাৰ মেলিলে। সমাজৰ আদৰ্শ আৰু ৰুচিৰ পৰিবৰ্তন ঘটিল। পচিমীয়া সভ্যতা, ৰুচি আৰু আদৰ্শৰ অনুকৰণশীল হৈ পৰিল জনচেতনা। জনচেতনাৰ দুটা দিক, এটা অন্তঃচেতনা আনটো বহিঃচেতনা বা বাস্তৱ চেতনা। ইউৰোপীয় সভ্যতাৰ বাস্তৱ চেতনাৰ দিকটোৱে ভাৰতীয় জনমনত নতুন উল্লাসৰ সৃষ্টি কৰিলে আৰু নতুন বাস্তৱ প্ৰগতিৰ বাট দেখুৱাই আকৰ্ষিত কৰি তুলিলে। পচিমীয়া উন্নত শিক্ষাৰ দ্ৰুতক্ৰমবিকাশে ভাৰতবৰ্ষৰ সুষুপ্ত জনচেতনা সক্ৰিয় কৰি তুলিলে। বাস্তৱবাদী পৃথিবীৰ জাতিসমূহৰ আদৰ্শত দ্ৰুতউন্নয়নে পৃথিবীত বিজ্ঞানৰ ক্ষেত্ৰত চমকপ্ৰদ সফলতাই শীৰ্ষ স্থান অধিকাৰ কৰিলে। বিজ্ঞান চেতনাৰ আকৰ্ষিত আহ্বানত ভাৰতৰ কৰ্ম চেতনায়ো পূৰ্ণ সহযোগ আগবঢ়াই তীব্ৰবেগে গতি কৰিছে। উন্নত বিজ্ঞানযুগৰ প্ৰতিযোগিতাৰ আহ্বানত আজি

পৃথিবী কৰ্মমুখৰ। এই আহ্বানত কোনো জাতিয়েই পিচপৰি থাকিব নোৱাৰে। এইটো বৰ্ত্তমান যুগৰ অপৰিহাৰ্য অগ্ৰগতি। এই ক্ষেত্ৰত ভাৰতবৰ্ষয়ো নাৰী-পুৰুষৰ সমপৰ্যায়ৰ অগ্ৰগতি বিচাৰিছে। বিজ্ঞান-ক্ষেত্ৰত উন্নত দেশসমূহৰ সমকক্ষ হ'বলৈ ভাৰতীয় বিজ্ঞানী মনৰ সচেতনা বৃদ্ধি দেশৰ কাম্য। বাস্তৱৰ কৰ্মক্ষেত্ৰখন গতিশীল। আমাৰ দেশৰ জনসমাজখন সুস্থিৰ আৰু সংশোধিতৰূপে উন্নত হ'বলৈ হলে ভাৰতীয় ঐতিহ্য আৰু সংস্কৃতিৰ প্ৰেৰণা এৰাই এই সমাজ আগবাঢ়িব নোৱাৰে। কাৰণ ভাৰতীয় সন্তানৰ তেজত যি সংস্কৃতিয়ে আবাহমান কাল জীপ লৈ আছে, সেই সংস্কৃতি-সোঁতৰ বিৰুদ্ধে মানসিক বৃত্তিয়ে বিৰুদ্ধাচৰণ কৰিবলৈ ললে, সংস্কৃতিবাহী তেজৰ সোঁতে ওলোটা বিদ্ৰোহ কৰিব; ফলত আদৰ্শচ্যুত সমাজত কেৰোণবোৰৰ প্ৰভাৱত সমাজৰ শিশু মস্তিষ্কৰ বুদ্ধিকোষবোৰ সঙ্কুচিত হৈ পৰা স্বাভাৱিক। মুক্ত চিন্তাত বাধাৰ সৃষ্টি কৰি ব্যাঘাত জন্মায়। সমাজে বুদ্ধিহীন বিকলাঙ্গ সমাজৰ অনুপযোগী সন্তান লাভ কৰে। সেয়েহে মনীষীসকলে জাতিগত সংস্কৃতি ধাৰা অক্ষুন্ন ৰাখিবলৈ দঢ়াই দঢ়াই কৈ গৈছে। এই তথ্য বিজ্ঞানসম্মত। প্ৰত্যেক জাতিৰ জাতিগত সংস্কৃতি ৰক্ষা কৰা গুৰুত্বপূৰ্ণ বিষয়। সংস্কৃতি জাতিৰ অমূল্য সম্পদ।

এই সংস্কৃতিৰ অৰ্থ কি? অৰ্থ এয়ে—একোটা জাতিয়ে অনাদি কালৰেপৰা একোটা জীৱন ধাৰাৰে নিজৰ জীৱন সংগঠিত কৰি আনে। ক্ৰমবিকাশৰ পৰশত সেই জাতিৰ যিমানেই পৰিবৰ্তন সাধিত নহওক, যুগান্তৰ সঞ্চিত সংস্কাৰসমূহ জাতিৰ ৰক্তসোঁতত সুষুপ্তভাৱে বৈ থাকে। পৰিদৃশ্যমান পৃথিবীৰ ৰূপ-ৰস, গন্ধ-স্পৰ্শ, কৰ্মচেতনা, সৌন্দৰ্য-আহৰণ, জীৱন-সংঘাতৰ নানা পৰিবেশৰ তৰঙ্গই মানৱ চৰিত্ৰক ৰূপায়িত কৰি তোলে। একোটা জাতিৰ বহু পুৰুষৰ বহু কৰ্ম, বহু চিন্তা, বহু সাধনাৰ কৰ্ম-স্পন্দন জাতিৰ ৰক্তসোঁতত প্ৰভাৱিত হৈ একোটা জাতিগত সংস্কৃতি গঢ়ি উঠে।

প্ৰত্যেক দেশৰ জাতিৰ এয়েই জাতিগত সংস্কৃতি। প্ৰত্যেক জাতিৰ জাতিগত সংস্কৃতি ৰক্ষা কৰা গুৰুত্বপূৰ্ণ বিষয়। ভাৰতীয় সংস্কৃতি আৰু পাশ্চাত্য সংস্কৃতি সম্পূৰ্ণ বেলেগ। উদাহৰণ স্বৰূপে কব পাৰি, ভাৰতীয় সংস্কৃতিত সুৰাপান, যৌন-ব্যভিচাৰ অমাৰ্জনীয় অপৰাধ বুলি সমাজে গণ্য কৰে। কিন্তু পচিমীয়া সভ্যতা-সংস্কৃতিত উপৰুক্ত দোষবোৰ অপৰাধৰ শ্ৰেণীভুক্ত নহয়। পচিমীয়া সভ্যতা-সংস্কৃতিৰ প্ৰভাব পৰি ভাৰতীয় সংস্কৃতিৰ ভাবধাৰাৰো অদ্ভুত পৰিবৰ্ত্তনে দেখা দিছে। পূৰ্ব্বৰ ভাৰতীয় নীতি মতে সমাজত কিছুমান নীতি-বন্ধন আছিল, যেনে সৰুৰেপৰা শিশুৰ মনত গুৰুজন, পিতৃ-মাতৃ, ধৰ্ম-গুৰু, শিক্ষা-গুৰুৰ প্ৰতি ভক্তি, সন্মান, শ্ৰদ্ধা উদ্ৰেক হোৱা শিক্ষাদান দিয়াটো নিজৰ প্ৰধান কৰ্তব্য বুলি জ্ঞান কৰিছিল। সন্তানক এনে নীতি-জ্ঞান দিব নোৱাৰিলে পিতৃ-মাতৃয়ে নিজকে সমাজৰ ওচৰত অপৰাধী জ্ঞান কৰিছিল। আন আন দুৰ্নীতিসমূহো এই নীতি-বন্ধনৰ ভিতৰুৱা আছিল। ফলত শৈশবৰেপৰা আদৰ্শ পিতৃ-মাতৃৰ সৎ শিক্ষাত সন্তানসকলৰ নীতি-সংস্কৃতি কোমল মনত বদ্ধমূল হৈ পৰিবলৈ বাধ্য হৈছিল। সমাজত অপৰাধৰ সংখ্যাও সেই দিনত নগণ্য আছিল। কিন্তু আজি পিতৃ-মাতৃ, অভিভাবকসকলৰ পচিমৰ অনুকৰণশীল মনোবৃত্তিয়ে তেনে আদৰ্শ শিক্ষাৰ প্ৰতি উদাসীন কৰি তুলিছে। নিজৰ আদৰ্শৰ দৃঢ়তা শিথিল হোৱাত সন্তানসকলক শিক্ষিত কৰি তোলাৰ কৰ্তব্যত ত্ৰুটি লক্ষিত হৈছে—ফলত সমাজত স্বেচ্ছাচাৰী মনোবৃত্তিৰ প্ৰাবল্য ঘটিছে। সমাজত অপৰাধৰ সংখ্যা বৃদ্ধি হৈ দেশৰ প্ৰগতি, জাতীয় চৰিত্ৰ ক্ৰমশঃ পঙ্গু হৈ পৰিছে।

***বিশ্বৰ শ্ৰদ্ধা ঃ***

এদিন আদৰ্শ চৰিত্ৰৰ গৌৰৱত ভাৰতবৰ্ষই চিৰকলীয়া মহিমা-মণ্ডিত ঐতিহ্য লৈ বিশ্বৰ শ্ৰদ্ধা আকৰ্ষণ কৰিব পাৰিছিল। অতীত

ভাৰতবৰ্ষৰ মহিমাময় ঐতিহ্য-সংস্কৃতিৰ ওচৰত বিশ্ব-মনীষাই আজিও সসম্ভ্ৰমে মূৰ দোৱাই আছে। ভাৰতীয় আদৰ্শৰ সত্য উদঘাটনৰ অৰ্থে পশ্চিমৰ জ্ঞানী মনীষীসকলে আপ্ৰাণ সাধনাৰে সত্য উদঘানত ব্ৰতী হোৱা জ্বলন্ত দৃষ্টান্ত ইউৰোপত ভাৰতীয় দৰ্শনৰ গবেষণাগাৰসমূহ। সুদূৰ অতীতত জাৰ্মান পণ্ডিতসকলে ভাৰতলৈ আহি সংস্কৃত ভাষা শিক্ষা কৰি ভাৰতীয় দৰ্শনত বিশ্বদৰ্শনৰ সন্তেদ পাই গভীৰ গবেষণাৰে ভাৰত-দৰ্শনৰ মূলসূত্ৰ অমূল্য সম্পদৰাশি জাৰ্মানীলৈ কঢ়িয়াই নি দৰ্শনশাস্ত্ৰৰ পাতনি মেলে। দাৰ্শনিক পণ্ডিত মেক্সমূলাৰে ভাৰত দৰ্শনৰ বহল অনুশীলনেৰে দৰ্শনৰ ভেটি বান্ধে। জ্ঞানাভিলাষী মনীষীসকলে সেই দৰ্শনাগাৰসমূহত ভাৰতীয় দৰ্শন অধ্যয়নত জীৱন পাত কৰি ভাৰতীয় অমূল্য ঐতিহ্যৰ সন্ধান পাই, বিস্ময়-পুলকত অভিভূত হৈ, ভাৰতৰ সত্য দৰ্শন স্বীকাৰ কৰি শ্ৰদ্ধাত মূৰ দোৱাইছে। ভাৰতীয় দৰ্শনৰ লগতে বিশ্বৰ শ্ৰেষ্ঠ মানবীয় গভীৰ দৰ্শন নিহিত উন্নত মনস্তত্ত্বৰ বিশ্লেষণৰ বিষয় হোৱাত সূক্ষ্মাতি সূক্ষ্ম সুকুমাৰ কলাৰ বিকাশো বিজড়িত হৈ আছে। মানৱ জীৱনৰ চৰমতম সফলতাসমূহ জন্মলাভ কৰে ভাৰতৰ গভীৰ দৰ্শনৰ মাজতে। চিন্তাশীল ভাৰতৰ জ্ঞানী-মনীষীসকলৰ গভীৰ সাধনাৰ মাজতে ভাৰতীয় অপূৰ্ব দৰ্শন আবিষ্কাৰ হয়। এই সত্য আবিষ্কাৰক চিন্তাশীল জ্ঞানীলোকসকলক সমাজে ঋষি নামেৰে সন্মানিত কৰি সমাজৰ শীৰ্ষস্থানত প্ৰতিষ্ঠা কৰি আহিছে। ভাগ্যবান ভাৰতবাসী এই ঋষিসকলৰ উত্তৰাধিকাৰী। ভাৰত সন্তান যে ঋষিগোষ্ঠী তাৰ প্ৰমাণ—ভাৰতীয় প্ৰত্যেক বংশৰ গোত্ৰ আৰু প্ৰবৰে ভাৰত সন্তানক সেই স্মৰণাতীত কালৰ জন্মৰহস্য পাহৰিবলৈ দিয় নাই। প্ৰবাহমান ঐতিহ্য সংস্কৃতিৰ প্ৰভাৱত ভাৰতৰ মাটিত একো একোজন মহৎ মস্তিষ্কৰ অধিকাৰী মহানপ্ৰাণ মহামানৱে জন্মলাভ কৰি আহিছে। এই মহৎজীৱনবোৰৰ বংশ-ইতিহাস ফঁহিয়াই চালেই প্ৰবাহমান ভাৰতীয় সংস্কৃতিৰ স্ৰোত ধাৰাৰ সুফল চকুত

পৰিব। জাতিৰ বংশৰ প্ৰবাহিত সংস্কৃতিক অস্বীকাৰ কৰিবলৈ ভাৰত সন্তানৰ শক্তি নাই। ৰক্ত সোঁতত প্ৰবাহমান ভাৰতীয় ঐতিহ্যপূৰ্ণ সংস্কৃতিৰ সংস্কাৰ ভাৰত ৰক্তত প্ৰকাশমান মন-মানসত অজ্ঞাতসাৰেই ক্ৰিয়াশীল হৈ আছে। সময়ৰ প্ৰতিক্ৰিয়াই জাতিক ঐতিহ্য পাহৰালেও জীৱন-সংঘাতে এদিন অতীত সংস্কৃতি সুঁৱৰিবলৈ বাধ্য কৰিব। এখন উন্নত সমাজ-সংগঠনত সমাজ সন্তানসকলৰ অন্তৰ্মুখী চিন্তাৰ এবাৰ নোৱাৰা প্ৰয়োজন আছে।

আজিৰ উন্নত বিজ্ঞান যুগত বহল বাধাহীন কৰ্মক্ষেত্ৰখনত পুৰুষ-নাৰীৰ সমান প্ৰয়োজন। যুগৰ চিন্তাধাৰাই পুৰুষ-নাৰীৰ সমোন্নয়ন স্বীকাৰ কৰিছে। সমাজৰ অৱহেলিত নাৰীশ্ৰেণীৰ মুক্ত কৰ্মক্ষেত্ৰৰ প্ৰভাৱত অতদিনে সুষুপ্ত হৈ পৰা মস্তিষ্কৰ বিকাশ লাভৰ আজি সুযোগ আহি পৰাত নাৰী জীৱনৰ প্ৰতিভা বিকাশৰ পথ সুগম হৈ পৰিছে। ভাৰতবৰ্ষৰ নতুন প্ৰগতিয়ে সৰ্ব-বিষয়ত নাৰীৰ সহযোগিতা কামনা কৰি কৰ্মক্ষেত্ৰলৈ নাৰীক সাদৰে আহ্বান জনাইছে। নাৰীৰ যোগ্যতাৰ প্ৰতিভাৰ পৰিচয়ক্ষেত্ৰত আজি বিশাল পৃথিৱীৰ দুৱাৰ মুকলি। এই যুগ আহ্বানৰ বিশাল ক্ষেত্ৰৰ মাজত ভাৰতীয় নাৰী বিস্তৃত কৰ্মক্ষেত্ৰৰ মাজতো ভাৰতীয় সংস্কৃতিয়ে ভাৰতীয় নাৰী সমাজলৈ বৰঙণি বিচাৰি উন্মুখ হৈ আছে। দেশ, জাতি, সমাজৰ আদৰ্শ ৰক্ষাৰ ভাৰ জাতিৰ মেৰুদণ্ড স্বৰূপ নাৰীজাতিৰ ওপৰত নিৰ্ভৰ কৰিছে।

### *নাৰীৰ সন্মান ঃ*

ভাৰতীয় সংস্কৃতিয়ে নাৰীক দেৱীৰ আসনত প্ৰতিষ্ঠা কৰি পূজা-কৰি আদ্যাশক্তিৰূপে মাতৃজ্ঞানে মূৰ দোঁৱাবলৈ শিকাইছে।

"মাতৃৱৎ পৰদাৰেষু"—পৰস্ত্ৰীক মাতৃজ্ঞান কৰিবলৈ একমাত্ৰ ভাৰত-সংস্কৃতিৰেই অমূল্য শিক্ষা। মহৎ মানৱ-জীৱনৰ সৃষ্টিকাৰিণী নাৰী বিশ্বৰ নমস্যা। দেশৰ, জাতিৰ, ঐতিহ্য-সংস্কৃতিৰ ধাৰা

ৰক্ষাকাৰিণী, শ্ৰদ্ধাশীলা, পৱিত্ৰ নাৰী শৰীৰৰ উপাদানত আশ্ৰয় লৈ বিকাশ হ্‌বলৈ বিচাৰে মহৎ জীৱনৰ মহাবীজবোৰে। দুঃস্বপ্নৰ দৰে যুগৰ প্ৰগতি-চলে ভাৰতীয় নাৰী-জীৱনৰ দেৱতা প্ৰতিষ্ঠা হোৱা মাতৃ-মন্দিৰক পচিমীয়া সভ্যতাই কোবাই বিকল কৰি তুলিছে। সমাজত ত্যাগৰ প্ৰতিমূৰ্তি দেৱীস্বৰূপিণী ভাৰতীয়া নাৰী আজি আত্মকেন্দ্ৰিক, বিলাসিনী, অন্তৰ্দৃষ্টিবিহীনা বাস্তৱমুখী প্ৰগতি-চলত উটি যাব লাগিছে। ফল স্বৰূপে জাতিয়ে মহৎ সন্তান লাভৰ পৰাও বঞ্চিত হৈ পৰিছে। কামনা কলুষ, চঞ্চল অপবিত্ৰ বিলাসৰ ভেটিত সুস্থ সুন্দৰ প্ৰতিভাদীপ্ত মস্তিষ্কৰ অধিকাৰী মহিমামণ্ডিত জীৱন অঙ্কুৰে স্থিতি লাভ কৰিব নোৱাৰে। অতীত ইতিহাসৰ মহৎ জীৱনবোৰৰ অনুসন্ধানত পবিত্ৰ ধৰ্মপ্ৰাণা মাতৃসকলৰ পৰিচয়েই জাজ্বল্যমান প্ৰমাণ স্বৰূপ।

আজি বিবৰ্তনময় যুগসন্ধিত ভাৰতবৰ্ষৰ মহতী ঐতিহ্য-গৌৰৱ ক্ৰমশঃ ক্ষয়িষ্ণু অৱস্থালৈ গতি কৰিছে। বাস্তববাদী যুগৰ প্ৰবল প্ৰগতিৰ সোঁতৰ অধোমুখী গতি ৰোধ কৰিব পাৰিব একমাত্ৰ ভাৰতৰ নাৰীসকলে।

খৃষ্টান ধৰ্মৰ সেৱিকাসকলে জন-হিতকৰ কামত ব্যস্ত জীৱন যাপন কৰে, নানা দুৰ্গম ঠাইত বাস কৰে; কিন্তু খৃষ্টধৰ্মৰ সংস্কৃতিৰ প্ৰতীক 'ক্ৰুচ' চিন এটি বুকুত ওলোমাই থোৱাৰ দৰে ভাৰতীয় নাৰী-সমাজেও বৰ্তমান যুগৰ বিশাল বাস্তব কৰ্মক্ষেত্ৰত পৃথিবী জোৰা শিক্ষা-ক্ষেত্ৰত জ্ঞান-বিজ্ঞান অনুশীলন কৰোঁতে সন্তৰ্পণে সুগোপনে প্ৰাণৰ মাজত, বুকুৰ মাজত, ভাৰতীয় পৱিত্ৰ সংস্কাৰৰ বীজ এটি বুকুত সাৱটি আগবাঢ়িবলৈ ললে ভাৰতৰ যুগমীয়া অমৰ সংস্কৃতি নৱতম ৰূপত ৰূপায়িত হৈ উঠিব।

# ভাৰতীয় নাৰী

ভাৰতৰ অধ্যাত্ম দৰ্শনৰ মূল ভেটি ৰচনা হয় বৈদিক যুগৰে-পৰা। আৰ্যজ্ঞানীসকলে গভীৰ চিন্তা অধ্যয়ন আৰু ধ্যানৰ সহায়েৰে যি জ্ঞান বা সত্য লাভ কৰিছিল সেই সত্য-তত্ত্ব বা তথ্যসমূহ বাণীৰূপে প্ৰকট হৈ বেদ সৃষ্টি হ'ল। বেদ মানে বেদন বা অনুভূতিৰ সহায়েৰে লাভ কৰা সত্যসমূহ। সেই আদি জ্ঞানী-সকলৰ গভীৰ সাধনাৰ মূল উৎস আছিল সংযতময় চিত্তক আয়ত্ত কৰি আত্মাত চিত্ত সংযোগ স্থাপন। এনে চিত্তক আত্মাত দৃঢ় সংযোগৰ প্ৰণালীৰে শক্তিশালী হৈ উঠা তীব্ৰ মানসত প্ৰতিভাত হৈ পৰিছিল সৃষ্টিৰ সুন্দৰতম সত্য-তত্ত্বসমূহ। গভীৰ চিন্তাৰ আকৰ্ষণত বিশ্বত বিকাশ তৰঙ্গৰ সৃষ্টি হৈছিল। যিহেতু বিশ্বতৰঙ্গৰ লগত মানৱ-মনৰ চিন্তাতৰঙ্গৰ ওতঃপ্ৰোত সম্বন্ধ আছে—পবিত্ৰ চিন্তাত পবিত্ৰ তৰঙ্গৰ সৃষ্টি হয়, অপবিত্ৰ কুচিন্তাত অপবিত্ৰ তৰঙ্গৰ সৃষ্টি হৈ বিশ্বত কলুষিতাৰ আবহাৱাৰ সৃষ্টি কৰে। সেই উদাৰ আৰ্যযুগত জ্ঞান অনুশীলনত নাৰীৰ পুৰুষৰ সমান অধিকাৰ থকাত এই চিন্তাশীল জ্ঞানী মনীষী বা ঋষিসকলৰ ভিতৰত বহুজনী নাৰী-ঋষিৰ আমি সংবাদ পাওঁ—যি সকল মহীয়সী, জ্ঞানী, চিন্তাশীল, প্ৰতিভাশালিনী নাৰীঋষিৰ চিন্তা-মানসত প্ৰতিভাত হোৱা 'বেদন' বা জ্ঞানৰ অনুভূতি সূত্ৰসমূহ বেদৰ অঙ্গীভূত হৈ আছে। যিসকল মহিয়সী নাৰীয়ে সত্যলব্ধ জ্ঞানৰ পৰিচয় দি সত্যতথ্য সৃষ্টি কৰিছিল বা নিজৰ আত্ম-তত্ত্বজ্ঞানৰ উপলব্ধিসমূহক লিপি আকাৰে ৰচনা বদ্ধ কৰিছিল সেইসকল মহিয়সী নাৰীক বৈদিক যুগত 'ব্ৰহ্মবাদিনী' নামেৰে বিভূষিতা কৰি মানবীয় মহিমাৰ শীৰ্ষস্থানত

স্থাপন কৰি, ভাৰতীয় দৰ্শনক গৌৰৱান্বিত কৰিছিল অতীতৰ উদাৰ আৰ্যঋষি সমাজে।

ভাৰতীয় দৰ্শনক অধ্যাত্মবাদ বা অধ্যাত্ম দৰ্শন বোলা হয়। এই অধ্যাত্ম দৰ্শন ধৰ্মৰ ওপৰত প্ৰতিষ্ঠিত। ভাৰতীয় দৰ্শন বা অধ্যাত্মবাদ কিছুমান নীতিৰ ওপৰত বন্ধা আছে। সমাজে এই অধ্যাত্মবাদ বা ধৰ্ম নিয়মৰ নীতিবোৰ সম্ভ্ৰমেৰে মানি চলা নিয়ম আছিল। ভাৰতৰ ৰজা-প্ৰজা সকলোৱেই ধৰ্মনীতিত আস্থাবান। ভাৰতীয় ধৰ্ম বা নীতিত কিছুমান উচ্ছৃঙ্খল ভোগলিপ্সা, অন্যায়, লোভ, অসত্য, প্ৰবঞ্চনা, শঠতা, নিষ্ঠুৰতা আদিক পাপ আখ্যা দিয়া হৈছে। ভাৰতীয় জনসাধাৰণে এই দুৰ্নীতি ৰূপ পাপসমূহক পাপৰূপে ভয় কৰাৰ শিক্ষাত অভ্যস্ত হৈ পৰাৰ ফলত জনসাধাৰণৰ চৰিত্ৰ গঠনত সহায় কৰি আহিছে। নাৰী-পুৰুষ নিৰ্বিশেষে সমাজৰ ধৰ্মবন্ধন মানি চলা বাধ্য-বাধকতা ভাৰতীয় ধৰ্ম-নীতি। ভাৰতীয় ধৰ্ম-বিজ্ঞান আৰু পাশ্চাত্য ধৰ্ম-বিজ্ঞানৰ বহু পাৰ্থক্য আছে। বিশেষকৈ ভাৰতীয় ধৰ্ম-বিজ্ঞানত নাৰী-জাতিৰ কাৰণে কিছুমান আচুতীয়া নীতি-বন্ধন আবহমান কালৰেপৰা বন্ধা আছে। আবহমান কালৰ প্ৰচলিত স্মৃতিসমূহ ভাৰতীয় নাৰীৰ প্ৰাণত চিৰবদ্ধমূল প্ৰকৃতিত পৰিণত হৈছে।

### *ভাৰতীয় হিন্দুনাৰী ঃ*

ভাৰতৰ উচ্চবৰ্ণৰ হিন্দুনাৰীৰ একস্বামী গ্ৰহণনীতি ভাৰতীয় ধৰ্মৰ প্ৰধান অঙ্গ। ভাৰতীয় হিন্দুনাৰীয়ে নিজৰ বিবাহিত স্বামীক ভক্তি-শ্ৰদ্ধা কৰি আনন্দ পায়। নিজৰ স্বামীৰ বাহিৰে অন্য পুৰুষৰ লগত কোনো দৈহিক সম্বন্ধ কৰিবলৈ গলে ভাৰতীয় ধৰ্মমতে সেই নাৰীক দ্বিচাৰিণী বোলা হয়। এক স্বামীক মনে-প্ৰাণে ভাল পাই ভজনা কৰাই হিন্দু নাৰীৰ শ্ৰেষ্ঠ ধৰ্মৰূপে সমাজত উচ্চস্থান পাই আহিছে। এই একান্ত এক স্বামী আৰাধনাক

'সতী' বোলা হয়। অন্যথায় নাৰীয়ে অসতী আখ্যা পায়। অতীত কালত নাৰীৰ স্বামী-বিয়োগ ঘটিলে মৃত-স্বামীৰ লগত চিতাৰোহণ কৰি নিজ প্ৰাণ বিসৰ্জন দি নাৰীসকলে সতীধৰ্ম ৰক্ষা কৰিছিল। এই প্ৰথাক সতীযোৱা বা সহমৰণ প্ৰথা বোলা হয়। স্বামীৰ মৃত্যুৰ পিচত বিধৱা পত্নীৰ পুনৰায় পতিগ্ৰহণ দুষ্কৰ্মৰূপে পৰিগণিত হৈ বিধবা সমাজত পতিতা হৈছিল—উচ্চবৰ্ণৰপৰা হীনবৰ্ণলৈ ৰূপান্তৰিত হ'ব লগা হৈছিল। ভাৰতীয় উচ্চবৰ্ণ হিন্দুসমাজত স্বামী অকৰ্মণ্য, ৰুগীয়া, অক্ষম বা অধম হলেও ভৰ্ৎসনা কৰা, প্ৰহাৰ কৰা বা ত্যাগ কৰা সমাজত দোষণীয় অৱস্থাত পৰা বিধি আছে। ভাৰতীয় নাৰীৰ বিবাহ-বিচ্ছেদ এটি দুষ্কৰ্মৰূপে সমাজৰ চকুত হেয় বিষয়। স্বামী ত্যাগ কৰিলে, উপপতি ভজনা কৰিলে মহা পাতকৰূপে ৰৌ-ৰৌ নৰক ভুগিব লাগিব বুলি ভাৰতীয় নাৰীৰ দৃঢ় ধাৰণা আৰু বিশ্বাস।

## *ভাৰতীয় নাৰীৰ ত্যাগ শিক্ষা ঃ*

শিশুকালৰেপৰা ভাৰতীয় নাৰীৰ ত্যাগ শিক্ষা আৰম্ভ হয়। ভাৰতীয় নাৰী ত্যাগৰ শিক্ষা জন্মগত-ৰূপে মাতৃসকলৰ তত্বাবধানত কন্যাৰ মনত অঙ্কুৰিত হবলৈ ধৰে। তেনে একোটা পৰিয়ালত ডাঙৰ হোৱা ল'ৰা-ছোৱালীয়ে একে পৰিবেশত ডাঙৰ হলেও ছোৱালীহঁতে নিজতকৈ ককাই-ভাইবোৰৰ সুখ-স্বাচ্ছন্দ্যলৈ সজাগ হৈ বহুক্ষেত্ৰত নিজে বঞ্চিতা হৈয়ো দুখ অনুভৱ নকৰে। ঘৰৰ পৰিষ্কাৰ-পৰিচ্ছন্নতা কামত, পৰিয়ালৰ সেৱা-শুশ্ৰূষাত মাকৰ লগে লগেই সেৱা কাৰ্য্যত অভ্যস্ত হৈ পৰা দেখা যায়। নিজৰ সুখতকৈ আনৰ সুখৰ কথা ভাবিবলৈ শিকা শিক্ষা ভাৰতীয় সংস্কৃতিৰ এটা প্ৰধান বিষয়। অতীত কালৰেপৰা এই শিক্ষা ভাৰতত প্ৰচলিত। আগৰকালৰ ভোজৰাজ কন্যা কুন্তীদেৱীয়ে কন্যা কালতে ৰাজ-অতিথিশালাৰ তত্বাবধান কৰিবলগীয়া হৈছিল।

ৰজাৰ আলহী-ঘৰৰ সীমা সংখ্যাহীন অতিথি সাধু-সন্ন্যাসীসকলক নিজ হাতে ৰান্ধি-বাঢ়ি খুৱাই আনন্দ পাবলৈ কুমাৰী কন্যাসকলে শিক্ষা পোৱাৰ প্ৰথা অতীতৰেই। কুমাৰী কালৰেপৰা এনে শিক্ষাই পৰিণত বয়সত বিবাহিত জীৱনত একোখন ঘৰৰ গৰাকিনী স্বৰূপে ঘৰৰ পৰিয়ালৰ প্ৰতি সজাগ দৃষ্টিৰে সংসাৰ প্ৰতিপালন কৰি, দেৱ-গুৰু-অতিথিক শুশ্ৰূষা কৰি, সকলো ঘৰুৱা কাম কৰি, ৰান্ধি-বাঢ়ি সকলোকে খুৱাই-বুৱাই পৰিপুষ্ট কৰিহে নিজে খাইছিল। কেতিয়াবা অতিৰিক্ত আলহী অতিথি আহিলে নিজৰ ভাগৰ আহাৰ আনন্দ মনেৰে আগবঢ়াই দি গৃহিণীসকলে আনন্দ পোৱা স্বভাব মন কৰিবলগীয়া। এনে ক্ষেত্ৰত অসন্তুষ্টি বা বিৰক্তি মনলৈ অহাৰ পৰিবৰ্তে গৃহিণীয়ে নিজৰ ভাগৰ আহাৰ অতিথিক খুৱাই আনন্দ পোৱাৰ সৌভাগ্য বুলিহে অনুভৱ কৰিবলৈ শিকে। গৃহিণীসকলে কন্যাকালতে পোৱা শিক্ষাৰ সংস্কাৰে ত্যাগৰ আনন্দ আনি দিয়ে। গৃহিণীয়ে ভাবে—"আজি মোৰ কি সৌভাগ্য, ছদ্মবেশী সাক্ষাৎ নাৰায়ণ স্বৰূপ আলহীক মই নিজৰ আহাৰ দি সন্তুষ্ট কৰিবলৈ সৌভাগ্য ঘটিল। আজি মোৰ অতি শুভ দিন।" এনে আনন্দত তেওঁ দিনটোলৈ পুলকিত হৈ থাকে। ভাৰতীয় নাৰীৰ নিজক বিলাই দিয়াই চৰিত্ৰৰ বৈশিষ্ট্য।

ভাৰতীয় নাৰীৰ মনত ধৰ্মভাব-প্ৰৱণতা জন্মগত, সমাজগত। ভাৰতীয় মানুহ মাত্ৰেই ধৰ্মত আস্থাবান ধৰ্ম ভীৰু। ধৰ্মৰ বিবিধ নিৰ্দেশ ভাৰতীয় লোকে বিশেষকৈ নাৰী সমাজে শ্ৰদ্ধাৰে পালন কৰে। যি সকলে ধৰ্মৰ নিৰ্দেশবোৰ পালন কৰাত শিথিলতা দেখুৱায় সেই সকলক সমাজে হীন চকুৰে চায়।

### *ধৰ্ম ভাব ঃ*

ভাৰতীয় ধৰ্ম পালনৰ ক্ষেত্ৰতো ত্যাগেই প্ৰথম পন্থা। ধৰ্ম পালনৰ অৰ্থে ব্ৰত, উপবাস, সংযম শিক্ষা আৰম্ভ হয়। পূজা,

পাৰ্বণ, তিথি আদিত ভাৰতীয় নাৰী সমাজে ব্ৰত-উপবাস কৰি অতি আনন্দ পায়। এই ব্ৰত, উপবাস, সংযম কৰি ভগবানৰ পূজা-সেৱা কৰাৰ মূলতে নিজৰ পৰিয়ালৰ তথা স্বামী, পুত্ৰ, কন্যা আদি নিজৰ স্নেহৰ পাত্ৰসকলৰ কল্যাণ কামনা নিহিত হৈ থাকে। নিজক দুখ দি কষ্ট দি পৰমেশ্বৰক আৰাধনা কৰি ভাৰতীয় নাৰীয়ে সংসাৰৰ, সমাজৰ কল্যাণ কামনা কৰি অতি আনন্দ আৰু স্বৰ্গীয় ত্যাগৰ সুখ অনুভৱ কৰে। ভাৰতীয় নাৰীৰ সন্তান স্নেহ আদৰ্শপূৰ্ণ। বহু সন্তানৰ মাতৃ হৈয়ো ভাৰতীয় নাৰীয়ে নিজৰ সুখ-স্বাচ্ছন্দ্যলৈ আওকাণ কৰি সন্তানসমূহক নিজৰ লগতে ৰাখি প্ৰতিপালন কৰি আনন্দ তৃপ্তি পায়। ছোৱালীক উপযুক্ত কৰি সৎপাত্ৰত দান কৰি স্বামী গৃহলৈ পঠিয়ায়। ছোৱালীয়ে সেই নতুন ঘৰখনক নিজৰ অতি আপোন কৰি লয়। জোঁৱাইক নিজৰ পুত্ৰ ভাবি লয়। পুত্ৰ-সন্তানলৈ বোৱাৰী আনি নিজৰ লগতে নিজৰ কন্যাৰ স্নেহেৰে ৰাখি প্ৰতিপালন কৰি নিজৰ প্ৰতীভূ স্বৰূপা কৰি, শিক্ষা দি উত্তৰাধিকাৰিণীৰ সন্মান দি, সংসাৰত প্ৰতিষ্ঠা কৰিবলৈ পোৱাটোৱেই ভাৰতীয় শাহুৱে অমূল্য সাৰ্থকতা বুলি ভাবে। ত্যাগৰ আদৰ্শ ৰক্ষা কৰা ভাৰতীয় নাৰীৰ মজ্জাগত স্বভাব। ত্যাগৰ আদৰ্শ বন্ধন ভাৰতীয় হিন্দুসমাজত আবদ্ধ বুলিয়েই কব নোৱাৰি। ভাৰতবাসী বিভিন্ন ধৰ্মীসকলৰ নাৰী সমাজতো এনে ত্যাগৰ ঘকৱা চানেকী চিৰকলীয়া। মুঠতে যি কোনো ধৰ্মীয়েই হওক ভাৰতীয় নাৰী-গৃহিণীসকলৰ ত্যাগৰ দৃষ্টান্ত সমাজত চিৰকলীয়া। একমাত্ৰ ভাৰতবৰ্ষই হে নাৰীক দেৱীৰ আসনত, সমাজৰ শীৰ্ষ স্থানত প্ৰতিষ্ঠা কৰাৰ দৃষ্টান্ত দেখুৱাইছে। পৱিত্ৰতা ভাৰতীয় নাৰীৰ বৈশিষ্ট্য ; এই পৱিত্ৰতাৰ সন্মান ৰাখিবলৈকে ভাৰতীয় মনীষীসমাজে নাৰীক 'দেৱী' আখ্যাৰে বিভূষিতা কৰিছে। ভাৰতীয় নাৰীয়ে শুদ্ধাচাৰ আৰু পবিত্ৰতা অক্ষত ৰাখিবলৈ সদায় যত্ন কৰে। ত্ৰুটি-বিচ্যুতিক

পাপৰ শাৰীত গণ্য কৰে। অতীজৰেপৰা ভাৰতীয় নাৰীৰ পবিত্ৰতা ৰক্ষাৰ সংস্কাৰ স্বভাবগত হৈ পৰাৰ ফলত সমাজৰ তীক্ষ্ণ দৃষ্টি নাৰীজাতিৰ ওপৰত কঠোৰভাৱে নিবদ্ধ হৈ পৰিল। ত্ৰুটি-বিচ্যুতিৰ অপৰাধৰ বিধান স্বৰূপে নাৰী পথভ্ৰষ্টা হলে পতিতা শ্ৰেণীলৈ পতিত কৰা বিধান হ'ল। এই পতিতা শ্ৰেণীৰ নাৰী-সকল সমাজৰ চকুত হেয় প্ৰতিপন্ন হৈ পৰিল। অৱশ্যে বৈদিক যুগৰেপৰা এই পতিতা শ্ৰেণীৰ নাৰীসকলে সুকুমাৰ কলা-সাধন যোগে, সঙ্গীত-নৃত্য সাধনাৰে নিজৰ সম্মানিত জীৱন এটি গঠিত কৰি লব পাৰিছিল। এই শ্ৰেণীৰ নাৰীসকল বহুভোগ্যা হলেও কলাপটিয়সী ৰূপে বিবিধৰ আনন্দ প্ৰদায়িনী হৈ সমাজত উচ্চ আসনবো অধিকাৰিণী হোৱা আমি বৈদিক পুৰাণ শেষত বৌদ্ধ যুগতো অম্ৰপালি বাসবদত্তাৰ চিনাকি পাইছো।

## *পতিতা ঃ*

আন বহুতবে কৃতিত্বৰ পৰিচৰ পাইছো। অতীত কালত এই শ্ৰেণীৰ কলাপটিয়সীসকল 'অপ্সৰা' নামেৰে বিভূষিতা আছিল। ভাৰতীয় সংস্কৃতিত সুৰাপান আৰু ব্যভিচাৰ সমাজৰ দোষণীয় বিধিৰূপে গণ্য হলেও ক্ষত্ৰিয় সমাজত সুৰাপান প্ৰচলিত আছিল। যি সকলে জ্ঞান সাধনা পৰমাৰ্থ চিন্তাত নিজক ব্ৰতী কৰিছিল সেই-সকলৰ মাজত সুৰাপান দোষণীয়। সমাজৰ নিম্নতৰ শ্ৰেণীত সুৰাপান প্ৰচলিত আছিল। সমাজৰ নিম্নতৰ শ্ৰেণীৰ নাৰীসমাজতো উচ্চবৰ্ণৰ নাৰীসমাজৰ দৰে বহু নীতি-বন্ধনৰ কঠোৰ বান্ধোনসমূহ কিছু পৰিমাণে শিথিল আছিল। উচ্চবৰ্ণৰ নাৰীৰ এক-স্বামী গ্ৰহণপন্থা ধৰ্মসম্মত। কিন্তু নিম্ন শ্ৰেণীৰ নাৰীৰ স্বামীৰ মৃত্যুত নাৰীয়ে অন্য স্বামী গ্ৰহণ কৰা পন্থা আছে। স্বামী ত্যাগ অন্য স্বামী গ্ৰহণ পন্থা প্ৰশংসনীয় নহলেও অবিধি নহয়।

**ভাৰতীয় যৌথ-জীৱনত নাৰীৰ অৱদান ঃ**

ভাৰতীয় যৌথ-জীৱন এটি মন কৰিব লগা বিষয়। একোটা গোষ্ঠীত ভাই-ককাই, খুড়া-জেঠা আদিৰে প্ৰায় দুটা পুৰুষৰ গোষ্ঠী একেলগে একান্নবৰ্তী পৰিয়াল হৈ মিলি-জুলি বসবাস কৰা দেখা যায়। এই যৌথ-পৰিয়ালসমূহলৈ ভিন্ ভিন্ ঠাইৰ ভিন্ ভিন্ বংশ আৰু ঘৰৰ ছোৱালী বিয়া কৰাই অনা হয়। বিভিন্ন স্বভাৱৰ ছোৱালী-বোৱাৰী হৈ আহি যৌথ পৰিয়ালত একেলগে মিলি-জুলি বাই-ভনীৰ দৰে পৰস্পৰৰ প্ৰতি সহানুভূতিশীলা স্নেহশীলা হৈ সুখ-দুখৰ সমভাগিনী ৰূপে গৃহস্থালীৰ কামবন কৰি বন্ধুত্বপূৰ্ণ মনোভাবেৰে বাস কৰা প্ৰথা অতিকৈ বিস্ময়কৰ। এই যৌথ-পৰিয়ালসমূহৰ সকলো দায়িত্ব, গৌৰৱ আৰু আদৰ্শ নাৰীসকলৰ ওপৰতে প্ৰতিষ্ঠা লাভ কৰে। যৌথ-পৰিয়ালৰ ওপৰত এগৰাকী গৃহকৰ্ত্ৰী সদায় 'দেখা যায়। সেই গৰাকী গৃহকৰ্ত্ৰীৰ দৃঢ় সূক্ষ্মদৃষ্টি সম্পন্ন পৰিচালনাতে বিৰাট গৃহস্থালীত একান্নবৰ্তীভাৱে বহু পৰিয়ালে সুখেৰে বাস কৰিবলৈ সমৰ্থ হয়। অৱশ্যে ভিন্ ভিন্ চৰিত্ৰৰ বহু নাৰীৰ সমাবেশত এই পৰিয়ালসমূহত অশান্তি-কন্দল যে নহয় এনে নহয়—এইটো স্বাভাবিক। এই অশান্তিসমূহ দমনৰ শক্তি উক্ত গৃহকৰ্ত্ৰী আৰু গৃহকৰ্তাজনে আয়ত্ত কৰি ৰাখিব পৰাটোহে আচৰিত কথা। বৰ্তমানে পচিমীয়া সভ্যতাৰ বা'লাগি এনে যৌথ-পৰিয়ালসমূহবো ক্ৰমান্বয়ে ভাঙন আৰম্ভ হৈছে। এনে যৌথ-পৰিয়ালৰ মাজত নাৰীসকলৰ ত্যাগৰ দৃষ্টান্ত চকুৰ আগত জিলিকি উঠে। বহু পৰিয়ালে খোৱা-বোৱা শেষ কৰি শেষত বোৱাৰীসকলে আহাৰ কৰোতে বেলি ভাটি দিয়ে। কাৰণ ভাৰতীয় প্ৰথামতে আগতে পুৰুষ আৰু ল'ৰা-ছোৱালীবোৰে আহাৰ কৰাৰ নিয়ম। বোৱাৰীসকলে সকলোকে তৃপ্তিৰে খুৱাই-বুৱাই সন্তুষ্ট কৰি যি সামান্য আহাৰ অৱশিষ্ট থাকে তাকেই আনন্দ

মনেৰে হাঁহিমুখে আহাৰ কৰি জীৱন ধাৰণ কৰিও মনত অশান্তি অনুভব নকৰে। এই পৰৰ সুখ পৰৰ আনন্দত নিজক বিলাই দিব পৰাটোৱেই ভাৰতীয় নাৰীৰ ত্যাগৰ বৈশিষ্ট্য।

## *উন্নত সংস্কৃতিত ভাৰতীয় নাৰী ঃ*

ভাৰতৰ যুগমীয়া সংস্কৃতিত ভাৰতীয় নাৰীৰ উন্নততৰ অৱদান যুগ-জিলিকোৱা। ভাৰত-জীৱনৰ উন্নত সংস্কৃতিৰ ঠাই সদায় আগ শাৰীত। প্ৰাক্-বৈদিক যুগৰেপৰা ভাৰতীয় সংস্কৃতিৰ ঐতিহ্যপূৰ্ণ গৌৰৱ চিৰ উজ্জ্বল। ভাৰতৰ আদিম সংস্কৃতিৰ অভ্যুত্থানৰ দৃষ্টান্ত বৈদিক যুগৰ চাৰিখন বেদৰ মাজত আবদ্ধ হৈ আছে। এই বেদ-সমূহ যাবতীয় সত্যৰ নিৰ্দেশপূৰ্ণ। মানবীয় জীৱনৰ বিভিন্ন দিশৰ সত্য নিৰ্ণয়, বিশ্বৰ চৰমতম জ্ঞানৰ সন্ধান এই বেদ-উপনিষদসমূহত পোৱা যায়। ভাৰতৰ জ্ঞানী চিন্তাশীল মনীষীসকলে ভিন্ ভিন্ জ্ঞানৰ সাধনালব্ধ তত্বৰ সঁফুৰাৰ দৰে এই বেদসমূহ ৰচিত হৈছিল ভিন্ ভিন্ চিন্তাশীল, জ্ঞানী, ধ্যানীসকলৰ সাধনাৰ উপলব্ধিসমূহেৰে। এই বেদজ্ঞানক সত্যজ্ঞান বুলি ঋষিসকলে আখ্যা দিছে। এই জ্ঞানলব্ধ সত্যবাণীসমূহৰ নাম 'বেদসূক্ত'। বহুসূক্তৰ সমাবেশত চাৰিবেদৰ উৎপত্তি। এই সূক্তসমূহৰ ভিতৰত বহুসূক্ত বৈদিক যুগৰ নাৰী-ঋষিসকলৰ জ্ঞানলব্ধ সত্য সূক্তৰে বিৰচিত। বেদসূক্ত ৰচনাকাৰিণী পৰম জ্ঞানী নাৰী-ঋষিসকলক ঋষি সমাজে 'ব্ৰহ্মবাদিনী' নামেৰে বিভূষিতা কৰি সন্মান দিছিল। সেই পৰম জ্ঞানী নাৰী-সকল ঋষি-নাৰী ৰূপেও সমাজৰ শীৰ্ষস্থানত প্ৰতিষ্ঠিতা হৈ সমাজৰ শ্ৰদ্ধা লাভ কৰিছিল। গাৰ্গী, মৈত্ৰেয়ী, বাক্, যমী, ঘোষা, বিশ্ববৰা, লোপামুদ্ৰা, সূৰ্যা আদি বহু নাৰী-ঋষিয়ে বেদসূত্ৰ ৰচয়িত্ৰীৰ পৰিচয় বেদসমূহত পোৱা যায়। বৈদিক যুগৰ জ্ঞান সাধনা ভাৰতীয় নাৰীৰ অৱদানেৰে সুৰঞ্জিত।

## সুকুমাৰ কলা সাধনাত নাৰী :

অতীতৰ ভাৰতীয় সমাজত সুকুমাৰ কলাৰ উন্নয়ন, জ্ঞানৰ উৎপত্তি স্থল সামবেদ। ইয়াত নিহিত আছে সঙ্গীতৰ মূল উৎস। সঙ্গীত বিশ্ব-সৃষ্টিৰ মহানাদৰ সমন্বয় সাধন কৰি সামবেদী ঋষি সকলে সুকুমাৰ কলাৰ সত্য-তথ্যৰ নিৰূপণ কৰিছে। বিশ্ব-প্ৰকৃতিৰ লগত মানৱ-প্ৰকৃতিৰ সমন্বয়, স্বৰোৎপন্ন, স্বৰ সাধনা, বিশ্ব-প্ৰকৃতিৰ স্পন্দন, মানৱ-প্ৰকৃতিত প্ৰতিফলন ক্ৰিয়া, ছন্দ, তাল, লয়, মূৰ্চ্ছনা আদিৰ সত্য-তথ্যৰ নিৰূপণ, বিশ্বসুৰৰ লগত স্বৰগ্ৰাম বীণা যন্ত্ৰৰ সমন্বয়তা, তাল আৰু ছন্দৰ তৰঙ্গধ্বনি সৃষ্টিৰ অভিনৱ কণ্ঠ-সঙ্গীত, বীণা, ধ্বনি আৰু দেহভঙ্গী নৃত্য-ছন্দৰ সত্য-তত্বৰ পৰম তত্বসমূহ সামবেদৰ সূক্তত নিহিত কৰি ভাৰতীয় সুকুমাৰ কলাৰ মৃত্যুক জয় কৰিব পৰা কলাবিজ্ঞানৰ ভেটি বান্ধি দি গৈছে অতীতৰ বৈদিক যুগৰ সামসাধক ঋষিসকলে। সামসাধক ঋষিসকলৰ মাজত আমি বহুত নাৰী ঋষিৰ অৱদান আছে বুলি অনুমান কৰোঁ। বিশেষকৈ আত্ৰেয়ীৰ সামসাধিকাৰূপে পৰিচয় পাওঁ। এই গৰাকী নাৰীয়ে সুকুমাৰ কলা সাধনাৰ আকাঙ্ক্ষা বুকুত বান্ধি বহু অৰণ্য, পৰ্বত অকলে পদব্ৰজে অতিক্ৰম কৰি বাল্মিকী মুনিৰ আশ্ৰমত উপস্থিত হৈ সামবেদ অধ্যয়ন নাৰী ঋষি 'ব্ৰহ্মবাদিনীৰ সম্মাম লাভ কৰিছিল। এই 'সামবেদ' সাধক বা সাধিকাসকলক 'ঋত্বিক' বোলা হৈছিল। সঙ্গীতক সেই দিনত 'গীথঃ' বোলা হৈছিল। গীথঃ শব্দৰ পৰাই সঙ্গীত 'গীত' আখ্যা পাইছে। বৈদিক যুগৰেপৰা বৈ অহা যুগধাৰাৰে মাজত জিলিকি আছে ভাৰতীয় কুমাৰী কন্যা সুকুমাৰ কলা সাধন নৃত্য গীতৰ প্ৰচলন। অতীত যুগৰ প্ৰায় ভাগ সমাজৰ উচ্চস্তৰত অৱস্থিত ৰাজ-ৰাজন্যৰ কুমাৰী কন্যাসকলে নৃত্য আৰু সঙ্গীতৰ সাধনা কৰা সমাজত ধৰা-বন্ধা নিয়ম আছিল। সমাজৰ চকুত সুকুমাৰ কলাৰ অতি উচ্চস্থান আছিল বুলি দৃষ্টান্ত

পোৱা যায়। বৈদিক যুগৰ সঙ্গীতজ্ঞা, নৃত্যপটিয়সী লোপামুদ্ৰা, সঙ্গীতজ্ঞা সূৰ্যাৰ নাম বেদ সূক্তৰ যুগমীয়া দৃষ্টান্ত। পৌৰাণিক যুগতো ৰাজকন্যা উষা, উত্তৰা, চিত্ৰলেখাৰ নৃত্য-গীতৰ উদাহৰণে সমাজৰ সঙ্গীত-নৃত্যৰ শ্ৰেষ্ঠত্ব নিৰূপণ কৰে। কলাক্ষেত্ৰত চিত্ৰ-বিদ্যাৰ প্ৰথা কুমাৰীসকলৰ ভিতৰত প্ৰচলিত থকাৰ প্ৰমাণ আমি চিত্ৰলেখাৰ চৰিত্ৰৰ পৰা আৰু সীতাদেৱীৰ পৰাও পাওঁ। সুকুমাৰ কলাৰ প্ৰচলন দেৱ-মন্দিৰসমূহৰ যুগমীয়া ইতিহাস। দেৱ-মন্দিৰত নৃত্য-গীতেৰে দেৱতাৰ সন্তুষ্টি সাধন কৰিবলৈ একশ্ৰেণীৰ নৃত্য-গীত-পটিয়সী সেৱিকা নিয়োগ কৰা হৈছিল। এই সকলক 'দেৱদাসী' বোলা হৈছিল। ভাৰতৰ পুবপ্ৰান্ত এই সুপ্ৰাচীন প্ৰাগ্‌জ্যোতিষ কামৰূপ ধামত এই দেৱদাসী সকলক দেওধনি বা দেৱধ্বনি বোলা হয়। এই সেৱিকা সকলে দেৱতাৰ পদধ্বনি শ্ৰৱণ কৰি সেই ধ্বনিসমূহ দেহভঙ্গীলৈ ৰূপান্তৰ কৰি দেৱ-মন্দিৰত নৃত্য কৰে। নৃত্যৰ সময়ত এই দেওধনি সকলৰ গাত দেৱতাৰ আবিৰ্ভাব হয় বুলি ভবা হয়। এইসকলে ভূত-ভবিষ্যতৰ বাণীও জনাবলৈ শক্তি পায়। সভক্তিৰে এই দেওধনিসকলক ৰাইজে প্ৰণাম কৰে দেৱতা জ্ঞানেৰে। অসমৰ কামাখ্যা, শুৱালকুছি আৰু বহুতো মন্দিৰত দেওধনি-নৃত্য আজিও চলি আছে।

### *জ্যোতিষ-বিজ্ঞানত ভাৰতীয় নাৰী ঃ*

অতীত যুগত ভাৰতৰ জ্ঞান-সাধনত প্ৰথম জ্যোতিষ-বিজ্ঞানেই বিজ্ঞান সাধনাৰ পাতনি মেলে। সৌৰমণ্ডলৰ গ্ৰহ-উপগ্ৰহ, সূৰ্য্য, চন্দ্ৰ, নীহাৰিকাসমূহৰ গতিবিধি ক্ৰিয়াৰ অৱস্থান অঙ্ক-শাস্ত্ৰৰ সহায়েৰে জ্যোতিষ-বিজ্ঞানীসকলে সৌৰবিদ্যা বা জ্যোতিষ-বিজ্ঞান আবিষ্কাৰ কৰিবলৈ সমৰ্থ হয়। বৈদিক যুগত জ্ঞানী-ঋষিসকলে জ্ঞান সাধনাৰ ক্ষেত্ৰ প্ৰতিষ্ঠা কৰে। বিজ্ঞান সাধক-সকলে বিজ্ঞানৰ অনুশীলনীৰ যোগে সৌৰ-বিজ্ঞানৰ সৃষ্টি কৰে।

যি সত্য আৰু প্ৰত্যক্ষ, সেয়ে বিজ্ঞান। জ্ঞানী, ধ্যানী, তত্ত্ববিদ ঋষিসকলৰ ভিতৰত জ্ঞান-সাধনাত প্ৰতিষ্ঠিত বিজ্ঞান-সাধনাত মনোনিবেশ কৰা সকলৰ ভিতৰত ভৃগু মুনি, পৰাশৰ মুনি, গৰ্গ মুনি প্ৰধান। বহুতো বিজ্ঞানপ্ৰেমী মুনিয়ে বিজ্ঞান-সাধনাৰে সৌৰ-বিজ্ঞান আয়ত্ব কৰি 'সৌৰ-বিজয়ী' অথবা 'সূৰ্য-বিপ্ৰ' আখ্যাৰে বিভূষিত হৈ বিজ্ঞান সাধনাৰ উৎকৰ্ষ সাধনত প্ৰতিষ্ঠা লাভ কৰে। এই সকল মুনিকেই 'জ্যোতিষী' বা 'জ্যোতিষ-বিজ্ঞানী'ও বোলা হয়। পিচৰ ভাগত বহুজনৰ মাজত বৰাহ মিহিৰৰ নাম জনাজাত হৈ পৰে। এই পৰম প্ৰসিদ্ধ বৰাহৰ বোৱাৰী মিহিৰৰ পত্নী 'খনা'ৰ জ্যোতিষ-বিজ্ঞান সাধনা, জ্যোতিষ-বিজ্ঞানৰ পাৰদৰ্শিতা ভাৰতত নাৰী-বিজ্ঞানীৰ যুগমীয়া ইতিহাস। জ্যোতিষ-বিজ্ঞানত খনা দেৱীৰ অদ্ভুত উদ্ভাৱনা-শক্তিত সেই যুগৰ জ্যোতিষ-বিজ্ঞানী-সকল তবধ মানিব লগা হৈছিল। খনাই নিজৰ বুদ্ধি, প্ৰতিভা আৰু জ্ঞানৰ সহায়েৰে গণিত-বিজ্ঞানত অদ্ভুত কৃতিত্ব লাভ কৰিছিল। আন পণ্ডিত, বিজ্ঞানীসকলে সত্য উদ্ধাৰ কৰিবলৈ যিমান অঙ্ক গণনা কৰিবলগীয়া হৈছিল খনাই অপূৰ্ব প্ৰতিভাৰে নিমিষতে গণনা কৰি সেই সত্য উদ্ধাৰ কৰি তবধ লগাব পাৰিছিল। ৰাজসভাৰ জ্যোতিষ-ৰত্ন শহুৰেক বৰাহে ৰজাৰ প্ৰশ্নৰ এটি উত্তৰ দিব নোৱাৰি নিজ প্ৰাণ বিসৰ্জন দিবলৈ ওলোৱাত বোৱাৰী খনাই শহুৰেকৰ প্ৰাণ আৰু সম্মান ৰক্ষা কৰিলে। শহুৰেকৰ ঠাইত ৰজাই বোৱাৰী খনাক শ্ৰেষ্ঠ ৰাজসম্মান দিবলৈ ৰাজসভালৈ আহ্বান কৰিলে। শহুৰেক বৰাহ বিচলিত হ'ল, শহুৰেকৰ প্ৰশ্নৰ সমাধান বোৱাৰীয়ে কৰি প্ৰকাশ্য ৰাজসভাত কুলবধূ খনাক ৰাজ-সম্মান লবলৈ যোৱা ঘটনাত বৰাহে পুনৰ প্ৰাণ বিসৰ্জন দিবলৈ সংকল্প কৰিলে। বোৱাৰী খনাই কুলৰ সম্মান, শহুৰৰ সম্মান ৰক্ষা কৰিবলৈ নিজৰ জিভা ৰাতিৰ ভিতৰতে কাটি প্ৰাণ বিসৰ্জন দি যুগমীয়া খ্যাতি থলে। খনাৰ মুখে মুখে ৰচনা কৰা জ্যোতিষৰ

মূলসূত্ৰসমূহ জ্যোতিষ-বিজ্ঞানত বহুমূলীয়া মুকুতা হৈ জিলিকি ৰ'ল চিৰকালে। চাৰিবেৰৰ মাজত আবদ্ধ এই গৰাকী ভাৰতীয় বোৱাৰীৰ অদ্ভুত বিজ্ঞান-প্ৰতিভা চন্দ্ৰ-সূৰ্যৰ দৰেই মৰণক জয় কৰি ভাৰত সংস্কৃতিৰ বেদীত জিলিকি আছে। খনাৰ বিজ্ঞানৰ কৃতিত্বৰ উপৰিও কবিত্ব শক্তি আছিল অতুলনীয়।

সাহিত্য-কবিত্বত ভাৰতীয় নাৰীৰ অৱদান বেদ-সংহিতাৰ পাতে পাতে সোণপানী চৰোৱা। পিচৰ যুগতো সুপ্ৰসিদ্ধা কবি মীৰাবাঈকে আদি কবি ভক্তিমতী নাৰীৰ কবিত্বৰ পৰিচয় যুগমীয়া হৈ আছে। বুদ্ধ যুগতো মালিনী, সংঘামিত্ৰাকে আদি কৰি বহু-জনা বিদুষী নাৰীৰ বুদ্ধ-গাথা ৰচনা আছে। অসম দেশত স্বভাৱ-কবিত্বৰ প্ৰভাৱ প্ৰত্যেক অসমীয়া নাৰীৰ মজ্জাগত। অসমীয়া নাৰীয়ে মুখে মুখে কবিতা ৰচনা কৰি, সুৰ সংযোজনা কৰি গীত গোৱা সমাজত চিৰকলীয়া প্ৰথা। সমাজৰ বিভিন্ন উৎসৱ-আনন্দত খাপ খুৱাই ভক্তিমূলক, আনন্দমূলক নানা গীত ৰচনা কৰি গায়। এই গীতসমূহক 'নাম' বোলে। এই নাম আকৌ বহু শ্ৰেণীৰ, যেনে—গোপিনী-নাম, আই-নাম, বিয়া-নাম ইত্যাদি। খেতিয়কৰ জীয়াৰী-বোৱাৰীবোৰে মুকলি পথাৰত, খেতিৰ পথাৰত ধান ৰোওঁতে, ধান দাওঁতে মুখে মুখে গীত ৰচনা কৰি গাই আনন্দ পায়। বিহুতলিৰ মুকলিমূৰীয়া ডেকা-গাভৰুৱে নিজে ৰচি গোৱা গীতবোৰ প্ৰণয়মূলক। জাতি-ধৰ্ম নিৰ্বিশেষে ভাৰতীয় নাৰীৰ কবিত্ব প্ৰতিভা বুৰঞ্জী-প্ৰসিদ্ধ। আনকি ভাৰত জয় কৰি প্ৰতিষ্ঠিত হোৱা মোগল হেৰেমতো সম্ৰাটৰ জীয়াৰীসকলৰ কবিত্বৰ স্ফূৰণ হৈছিল এই ভাৰতত্তে। সম্ৰাট-জীয়াৰী জাহানাৰা, জেবুন্নিচাৰ কবিত্ব-প্ৰতিভা চিৰ যুগমীয়া। বৰ্তমান যুগত ভাৰতীয় নাৰী-সমাজত সাহিত্য আৰু কবিত্ব প্ৰতিভাৰ বহু বিস্তৃতি ঘটিছে। ভাৰতৰ প্ৰত্যেক প্ৰদেশৰ সাহিত্য ভাৰতীয় নাৰীৰ সাহিত্যৰ দানেৰে সমৃদ্ধ হৈ উঠিছে। আজি উন্নত যুগত ভাৰতীয় নাৰীয়ে কবিত্ব, সাহিত্য,

সঙ্গীত, বিজ্ঞান আদি উন্নত বিষয়সমূহত আগশাৰীত ঠাই লৈ সাহিত্য-সংস্কৃতিৰ গৌৰৱ বৃদ্ধি কৰিছে। স্বাধীন ভাৰতৰ সংবিধান-স্বীকৃত চৈধ্যটা ভাষাৰ কবি-সন্মিলনত চৈধ্যখন প্ৰদেশৰ চৈধ্যটা ভাষাত পঠিত হোৱা কবিতা পাঠকৰা বহু কবিয়ত্ৰীয়ে উচ্চস্থান লাভ কৰিছে। সংস্কৃত, অসমীয়া, বঙলা, হিন্দী, গুজৰাটি, পঞ্জাবী, তামিল, তেলেগু, মালয়ালম, কাশ্মিৰী, উৰিষ্যা, উৰ্দু, কানাড়ী, মাৰাঠী আদি চৈধ্যটা ভাষাত বহুতো কবিয়ত্ৰীয়ে বছৰি বছৰি স্বৰচিত কবিতা পাঠ কৰি ভাৰতীয় নাৰীৰ কবিত্ব জ্ঞানৰ পৰিচয় দিছে। আজিৰ স্বাধীন ভাৰতৰ নাৰীয়ে শিক্ষাৰ মুক্ত পৰিবেশ পাই দৰ্শন, বিজ্ঞান, কলা, চিকিৎসা, প্ৰতিৰক্ষা, দেশৰক্ষা বিষয়তো নিজৰ অবদান আগবঢ়াবলৈ সমৰ্থ হৈছে। চিকিৎসা আৰু কাৰিকৰী বিজ্ঞান ক্ষেত্ৰত পুৰুষৰ লগত যেন নাৰীৰ প্ৰতিযোগিতা চলিছে। সৰ্বতোমুখী প্ৰতিভা-ক্ষেত্ৰ আজি ভাৰতীয় নাৰীৰ সমুখত উন্মুক্ত। গণতান্ত্ৰিক ভাৰতবৰ্ষত নাৰীৰ অগ্ৰগতি আৰু দানত পৃথিবীক চমক লগাবলৈ সমৰ্থ হৈছে। ভাৰতবৰ্ষত পুৰুষ-নাৰীৰ স্থান সমপৰ্যায়ত উপনীত। ভাৰতৰ মহান পুৰুষ পণ্ডিত জৱাহৰলাল নেহৰুৰ ভনী বিজয়লক্ষ্মী পণ্ডিতে দেশৰ সকলোবোৰ গুৰুত্ব ভাৰ গ্ৰহণ কৰাৰ উপৰিও নেহৰু-কন্যা ইন্দিৰা গান্ধীয়ে আজি গণতন্ত্ৰ ভাৰতবৰ্ষৰ প্ৰধানমন্ত্ৰীৰ গুৰুতৰ দায়িত্ব ভাৰ বহন কৰি ভাৰতীয় নাৰীৰ সৎ সাহস, আত্মবিশ্বাস আৰু অবিচলিত দৃঢ় শক্তিৰ পৰিচয় দিছে, ভাৰতীয় নাৰীৰ সন্মান বঢ়াইছে। মুঠতে ভাৰতীয় নাৰীৰ দৰে সৰ্বতোমুখী প্ৰতিভাৰ বিকাশ ভাৰতৰ বাহিৰত বিৰল।

### দেশৰক্ষাত ভাৰতীয় নাৰী ঃ

স্বদেশ প্ৰেমত ভাৰতীয় নাৰীৰ দৃষ্টান্ত বুৰঞ্জী-জিলিকা। ভাৰতীয় নাৰীয়ে দেশক প্ৰাণতকৈও বেচি ভাল পায়। ভাৰত বুৰঞ্জীৰ পাতে পাতে দেশৰক্ষাত নাৰীৰ অৱদান জাজ্বল্যমান।

অতীত যুগৰেপৰা ভাৰতীয় নাৰীয়ে শত্ৰুক পৰাজয় কৰি দেশৰ স্বাধীনতা ৰক্ষা কৰিবলৈ নিজ স্বামী-পুত্ৰক নিজ হাতে সমৰ সাজেৰে সজাই ৰণক্ষেত্ৰলৈ পঠিয়াইছে হাঁহি মুখে। ভাৰতৰ ক্ষত্ৰিয় জাতিয়ে সমুখ সমৰত শত্ৰুক পৰাজয় কৰিব পাৰিলে বিজয়ৰ গৌৰৱ লাভ, ৰণস্থলিত মৃত্যু হলে স্বৰ্গলাভ বুলি দৃঢ়বিশ্বাস মনত লৈ ৰণলৈ আগবাঢ়ে। ভাৰতমাতৃয়ে নিজৰ পুত্ৰক কল্যাণ-তিলক কপালত পিন্ধাই ৰণলৈ পঠিয়ায়। ভাৰতৰ ইতিহাস, মহাভাৰত, ৰামায়ণ, পুৰাণ আদি এনে কাহিনীৰেই ওপচা। সেই যুগত মৃত স্বামীৰ লগত সাধ্বী পত্নীয়ে সহমৰণ আদৰি শান্তি পাইছিল। পিচৰ কালতো ভাৰত জুৰি খ্যাতি বিয়পাই থোৱা ৰাজপুত ৰমণীসকলৰ স্বদেশপ্ৰীতি, বীৰাঙ্গনাসকলৰ ভিতৰত ঝান্সিৰ ৰাণীৰ দৰে অসংখ্য ৰাজপুত ৰমণীয়ে যুদ্ধক্ষেত্ৰত শত্ৰুৰ লগত যুঁজ কৰা দৃষ্টান্ত ৰাজস্থানৰ বুৰঞ্জী জিলিকাই আছে।

ভাৰতৰ পূব প্ৰান্ত এই অসমতো বীৰাঙ্গনা ৰাধা-ৰুক্মিণী, মূলা গাভৰুৰ ৰণক্ষেত্ৰত পুৰুষৰ লগত ৰণ কৰা দৃষ্টান্ত বুৰঞ্জী জিলিকা। ভাৰতীয় নাৰীয়ে নিজে যুদ্ধ কৰা বা স্বামী-পুত্ৰক যুদ্ধক্ষেত্ৰলৈ পঠিওৱাৰ অন্তৰালত অসীম ত্যাগৰ চানেকি জিলিকি আছে। ত্যাগৰ প্ৰতিমূৰ্তি স্বদেশ অনুৰাগিণী নাৰীসকলে দেশৰ হকে, জাতিৰ হকে জীৱনৰ সৰ্বস্ব স্বামী-পুত্ৰক বিলাই দি পবিত্ৰ জীৱন যাপন কৰা দৃষ্টান্তও বিৰল নহয়। এই মহিমাময়ী নাৰীসকলে হাঁহিমুখে সকলো সুখ বিসৰ্জন দিও দেশৰ কাৰণে গৌৰৱ বোধ আৰু আনন্দ লাভ কৰিছিল। বহু জনাই স্বামী পুত্ৰক হেৰুৱাই নিজেই ৰাজ্য শাসনৰ গধুৰ ভাৰ বহন কৰিছিল। শাসন ভাৰ লৈও নিজৰ পবিত্ৰতা ৰক্ষা কৰা, দেশৰ নিৰাপত্তা ৰক্ষা কৰাৰ চানেকিৰেই ভাৰতীয় নাৰীৰ মহতী চৰিত্ৰৰ আদৰ্শ ভাৰত বুৰঞ্জীত সোণ জিলিকোৱা। ভাৰতীয় নাৰীৰ জীৱনৰ বৈশিষ্ট্যই হৈছে ত্যাগ-বৰণ। আন দেশৰ লগত ভাৰতীয় নাৰীৰ আদৰ্শ থাপ

নেখায়। পৃথিবীৰ বাস্তববাদী আদৰ্শৰ লগত ভাৰতৰ অধ্যাত্মবাদ যেনে আচুতীয়া, পৃথিবীৰ নাৰী-সমাজৰ মাজত ভাৰতীয় নাৰীৰ আদৰ্শও সম্পূৰ্ণ আচুতীয়া। ভাৰতবৰ্ষৰ মানস চেতন সম্পূৰ্ণ সজাগ। ভাৰতীয় নাৰীৰ আদৰ্শও বাস্তববাদৰপৰা পৃথক, অন্তঃ-দৃষ্টি সম্পন্ন আৰু অধ্যাত্ম জ্ঞানৰ ত্যাগেৰে সমুজ্জ্বল। পৃথিবীৰ নাৰী সমাজৰ মাজত ভাৰতীয় নাৰীৰ আদৰ্শ আৰু ত্যাগৰ উজ্জ্বল দৃষ্টান্ত ইতিহাসৰ পাতত চিৰ যুগমীয়া।

## *ভাৰতৰ স্বাধীনতা ঃ*

পৰাধীন ভাৰতৰ মুক্তিৰ আন্দোলনত ভাৰত নাৰীৰ জীৱন বিলাই দিয়া কাহিনীয়ে স্বাধীনতাৰ বুৰঞ্জীত হীৰা মুকুতা জিলিকাই থৈছে। স্বাধীনতাৰ আন্দোলন, গণ-আন্দোলনত পুৰুষৰ সমানে নাৰীসকলেও অংশ গ্ৰহণ কৰি কাৰাবৰণ, পুলিচৰ নিষ্ঠুৰ অত্যাচাৰ আৰু বন্দুকৰ গুলি বুক পাতি লৈ দেশৰ স্বাধীনতা-যুদ্ধৰ অংশ গ্ৰহণ কৰিছিল। দেশৰ স্বাধীনতাৰ কাৰণে পুৰুষ সৈনিক-বাহিনীৰ লগত একে শাৰীতে নাৰী-বাহিনীয়ে অংশ গ্ৰহণ কৰা ভাৰতীয় স্বাধীনতাৰ যুদ্ধত ভাৰত নাৰীৰ নাম যুগজিলিকা।

## আবহমান কলা-সংস্কৃতিৰ সমন্বয়

অমৃত পিয়াসী মানব প্ৰাণ, ৰূপ-ৰস গ্ৰহণকাৰী মানুহৰ মস্তিষ্ক। বিশ্বৰ জ্ঞান, বিজ্ঞান, সৌন্দৰ্য সঞ্চিতকাৰী মানুহৰ হৃদয় এখন দাপোণস্বৰূপ। এই দাপোণতে বিশ্বৰ সৌন্দৰ্যৰ, বিশ্বৰ বৰ্ণালীৰ, ইন্দ্ৰধনুৰ প্ৰতিচ্ছবি প্ৰতিফলিত হয়। বিশ্বতৰঙ্গৰ লগত গ্ৰথিত মানবৰ স্নায়ুতন্ত্ৰীবোৰত ধ্বনিত হৈ উঠে বিশ্বৰ বিবিধ সুৰৰ অজ্ঞাত মূৰ্চ্ছনাবোৰ। এনে স্পন্দনৰ পৰশতেই মানৱ মনৰ অনুভূতিৰ মাজত সত্যৰ স্বৰূপ প্ৰতিভাত হয়; কবি, কলাকাৰসকলৰ এনে অনুভূতিৰ পৰশ অনুভৱ হৈ উঠে।

প্ৰকৃতিৰ লগত মানব সত্তাৰ এবাব নোৱাৰা সম্বন্ধ। মানব জীৱন সদায় দুটা স্তৰত অৱস্থিত, এটা স্থূল আনটি সূক্ষ্ম। স্থূল ভাগ সুস্পষ্ট প্ৰতীয়মান। কিন্তু সূক্ষ্ম ভাগ অতি বিচিত্ৰ আৰু বিস্ময়কৰ। কবি, যোগী, কলাকাৰ শ্ৰেণীৰ লোকে এই দ্বিতীয় ভাগটিৰ সচেতনাৰ লগত সক্ৰিয় হৈ থকাৰ ক্ষমতা ৰাখে। স্থূল বিভাগৰ প্ৰয়োজনীয়তাত সূক্ষ্ম বিভাগ নিষ্ক্ৰিয় হৈ পৰা স্বাভাবিক। অনাদি কালৰে পৰা বৈ অহা মানব জীৱনৰ সংস্কৃতি-ধাৰাই জীৱনৰ প্ৰত্যেকটি বিষয় ক্ৰিয়াশীল কৰি ৰাখিছে।

**সংস্কৃতি ঃ**

সংস্কৃতিয়েই মানুহৰ জীৱনধাৰা বিকাশৰ পৰিচালক। কিন্তু এই সংস্কৃতিয়েই বা কি? এই সংস্কৃতিৰ বহু অৰ্থ থাকিলেও ই মানৱ-জীৱনৰ প্ৰকাশৰ অভিনৱ পথ। দেশ, জাতি, ঐতিহ্য,

সংস্কাৰ লৈ মানুহৰ জীৱনধাৰা গঠিত হয়। বহু সংঘাতৰ বহু অভিজ্ঞতাৰ সঞ্চয় মানুহৰ ৰক্তকণিকাত বংশানুক্ৰমিকভাৱে স্থিতি লৈ জীৱনধাৰা প্ৰবাহিত হৈ থাকে। বিশ্বৰ সকলো কৰ্ম-স্পন্দন, চিন্তা-তৰঙ্গই মানব মস্তিষ্কৰ চুম্বক-স্তৰত ৰূপৰেখা আঁকি থাকে। এই ৰূপৰেখাবোৰ আঁকি আহিছে জন্মৰ আগৰেপৰা। পুৰুষানুক্ৰমে এই ৰূপৰেখাবোৰ অঙ্কিত হৈ আহিছে মানব মস্তিষ্কত ৰক্ত-প্ৰবাহৰ সোঁতে সোঁতে। আনকি মানৱ জাতিয়ে বৰ্বৰ যুগত বাস কৰা বন্য সংস্কৃতিৰ প্ৰেৰণাৰ স্পন্দনো আজিৰ সভ্য জগতৰ মানৱ মস্তিষ্কৰ কোনো সুপ্ত কোষত বাহ লৈ আছে। সুপ্তি ভাঙি কেতিয়াবা এনে বন্য প্ৰবৃত্তিয়েও মানুহক উন্মাদ কৰি তোলা দেখা যায়। বহুযুগ অতীতত পেলাই থৈ অহা বন্য সংস্কৃতি আজি পৰিমাৰ্জিত, উন্নত হৈ মানব সংস্কৃতি অগ্ৰসৰ, উন্নত। তথাপিও যুগান্তৰৰ সুপ্ত সংস্কৃতিসমূহৰ মৃত্যু ঘটাব নোৱাৰে। এই সংস্কৃতি মানৱ চেতনাত চিৰ-অমৰ হৈ থাকিবলৈ বাধ্য।

মানুহে যি দেখে, শুনে, কৰ্ম কৰে, চিন্তা কৰে, অনুপ্ৰেৰণা পাই সকলো কৰ্ম স্পন্দনে মানুহৰ অৱচেতন মনৰ স্তৰত বিচিত্ৰ ভাৱে চাপ দি ছবি আঁকি যায়। নিজৰ অজ্ঞাতসাৰেই এই সুপ্ত ছবিবোৰে মানুহৰ অৱচেতন মনৰ স্তৰত অৱস্থান কৰে। স্পন্দন-ময় বিশ্বত কিছুমান তৰঙ্গ বা কঁপনি আছে। মানুহে যি ভাৱে, যি কৰে, যি কথা কয়, চিঞৰে, হাঁহে, কান্দে, গান গায়, খঙত উন্মত্ত হয়, এইবোৰ ক্ৰিয়াৰ কঁপনিবোৰে 'ইথাৰ' তৰঙ্গত কঁপনি তুলি বিশ্ব বিয়পি থাকে। সমগ্ৰ বিশ্বক আলোড়িত কৰে এই কঁপনি তৰঙ্গৰ স্পৰ্শবোৰে, আনবোৰ মানৱ সত্তাৰ ওপৰতো তৰঙ্গ অনুযায়ী প্ৰভাবিত কৰিবলৈ ধৰে। আনপিনে এই কৰ্মবোৰৰ কঁপনিয়ে মানুহৰ মস্তিষ্কৰ অৱচেতন স্তৰত সেই কৰ্ম আৰু ক্ৰিয়াৰ চিত্ৰবোৰ অঙ্কিত কৰিবলৈ ধৰে নিজৰ ( shell ) বা কোষবোৰত। আনন্দ কোষত আনন্দ, বিষাদ কোষত বিষাদ, ক্ৰোধ কোষত

ক্ৰোধ, দয়া, ক্ষমা, করুণা আদি সুকুমাৰ কলাৰ স্পন্দনসমূহ সুকুমাৰ কলাকেন্দ্ৰ কোষত সঞ্চিত হৈ চিত্ৰ আঁকিবলৈ ধৰে। মানৱ জীৱনত আৰ্জি লোৱা বিদ্যা, জ্ঞান, যোগ, ধ্যান, সুকুমাৰ চিন্তা —এইবোৰ কৰ্ম কৰি পাহৰি গলেও অৱচেতন মনে নাপাহৰে। দৰ্শন, শ্ৰবণ, স্পৰ্শন, ৰূপ-অনুভূতিবোৰে মানব মস্তিষ্কৰ অৱচেতন স্তৰত বাহ বান্ধি লয়। মানুহৰ কোনো কৰ্মৰ কোনো চিন্তাৰ হাত সাৰিবৰ উপায় নাই। এই সুষুপ্ত ক্ৰিয়াবোৰক যোগ শাস্ত্ৰত 'প্ৰাৰব্ধ' বোলা হয়। কোনো কাম কৰি শেষ হ'ল বুলি ভাবিবৰ উপায় নাই। কামৰ ছবি লওঁতা জনে লৈ থৈছে। সময়ে সময়ে পাৰিপাৰ্শ্বিক হেতুলৈ সেই সঞ্চিত কৰ্মৰ ছবিবোৰে আত্মপ্ৰকাশ কৰি মানুহক বিস্ময়ত পেলায়। সেইদৰে কেতিয়াবাই আৰ্জি লোৱা কোনো বিদ্যা বা জ্ঞান কৰ্ম আদিবো বিনাশৰ উপায় নাই। সময়ৰ সুযোগ লৈ সেই পাহৰা বিদ্যা বা জ্ঞানে আহি আত্মপ্ৰকাশ কৰেহি। এইবোৰেই মানুহৰ সংস্কৃতি। মানুহৰ সুষুপ্ত অৱচেতন ভাগটি যেন এখন প্ৰদৰ্শনী স্বৰূপহে। অকল এই জীৱনৰে বা জন্মান্তৰৰো সংস্কৃতিসমূহ পূৰ্ব জন্মতে আৰ্জি লোৱা সংস্কৃতি মানৱ জীৱনত অপ্ৰকাশ অৱস্থাত থাকে বুলি মনীষী সকলে কয়।

## *অন্তৰবাহিকা সংস্কৃতি ঃ*

"পূৰ্বজন্মাৰ্জিতা বিদ্যা পূৰ্বজন্মাৰ্জিত জায়া অগ্ৰে ধাবতি ধাবতি।"

এই ঠাইত পূৰ্ব্ব জন্মত আৰ্জি লোৱা বিদ্যা আৰু জায়া জীৱই জন্ম ধৰাৰ লগে লগে আহি লগ ধৰেহি। জনম নৌ লওঁতেই জীৱন অঙ্কুৰৰ লগতেই এই সম্পদসমূহেও লগ ধৰে। মানুহৰ মৃত্যুৰ পিচত দেহৰ বিনাশ হলেও মানবীয় সূক্ষ্মতম বায়বীয় গুণ সমষ্টিৰ বিনাশ নহয়। এই দেহ বিনাশ হলে মানৱবোধত অৱস্থিত জীৱন-সংস্কৃতিসমূহ বায়বীয় সমষ্টিৰূপে অসীম ব্যোম

মণ্ডলত পৰিব্যাপ্ত হৈ থাকে। এই সংস্কৃতিৰ সমষ্টিসমূহ ভাব বান্ধি লৈ ফুৰোৱা মানবীয় জীৱন অঙ্কুৰক পৰমাৰ্থ দৰ্শনত জীৱাত্মা বুলি উল্লেখ কৰা হৈছে। স্থূল দেহ নাশ হলেও এই সংস্কৃতি সমষ্টিৰ তৰঙ্গসমূহ বায়বীয় তৰঙ্গত মিলি ব্যোম মণ্ডলত বিচৰণ কৰি ফুৰে। ইয়াকে জন্মাৰ্জিত সংস্কৃতি বুলি কোৱা হয়। জীৱই নৱ দেহ ধাৰণ কৰাৰ লগে লগে এই সংস্কৃতিসমূহে বংশানুক্ৰমিক ধাৰা লৈ নৱদেহত আত্মপ্ৰকাশ কৰিবলৈ ধৰে। পূৰ্ব জন্মৰ বংশধাৰা, আৰ্জিত বিদ্যা, জ্ঞান, চৰিত্ৰ নৱজন্ম ধাৰাৰ বংশধাৰাৰ লগত সংমিশ্ৰণ ঘটাই লয়। জীৱৰ বহুজন্মৰ সংস্কৃতি ধাৰাবাহিকৰূপে জীৱন ধাৰণৰ মাধ্যমেৰে প্ৰকাশিত হবলৈ যত্ন কৰে। ইয়াকে বংশগত সংস্কৃতি বা ধাৰা বোলা হয়। বংশৰ ভাল বেয়া গুণবোৰ বংশধৰৰ গাত চৰিত্ৰত ফুটি ওলায়। মানৱ-জীৱনৰ এয়ে অন্তৰবাহিকা সংস্কৃতি।

নৱজন্মৰ স্থূল প্ৰকাশৰ মাজেৰে এই সংস্কৃতিৰ তৰঙ্গসমূহে প্ৰকাশিত হবলৈ ৰূপায়িত হবলৈ সুযোগ বিচাৰি ফুৰে। ৰক্তকণিকাত সঞ্চিত সংস্কৃতিয়ে অহৰ্নিশে জীৱন-বিকাশত প্ৰেৰণা যোগাই থাকে। পিতৃপুৰুষৰ স্বভাব-চৰিত্ৰ, বিদ্যা-জ্ঞানৰ সঞ্চিত সংস্কৃতিয়ে বংশৰ মাজেৰে আত্মপ্ৰকাশ কৰা সততে দেখা যায়। বংশৰ দূষিত গুণবোৰো সন্তানৰ মাজেৰে বহু ঠাইত আত্মপ্ৰকাশ হোৱা দেখা যায়। উপৰিপুৰুষৰ স্বভাব-চৰিত্ৰ, বিদ্যাজ্ঞানৰ উত্তৰাধিকাৰীৰূপে অধিকাৰী হয় নৱজাতকজন। একোখন দেশ একোটা জাতিৰ দেশগত জাতিগত সংস্কৃতিৰ ধাৰা মানৱ-জীৱনত প্ৰতিফলিত হয়। পাশ্চাত্য দেশৰ সমাজ সংস্কৃতিৰ লগত ভাৰতীয় সমাজ সংস্কৃতিৰ বহু পাৰ্থক্য দেখা যায়। সমাজৰ প্ৰভাবে সংস্কৃতিৰ বিকাশ সাধন কৰে। যি কোনো সমাজৰ মাজত উদ্ভৱ হোৱা কবি, সাহিত্যিক, দাৰ্শনিক, বৈজ্ঞানিকসকলৰ সমাজত এটি স্বকীয়া স্থান আছে। এই চিন্তাশীল সৃজনধৰ্মী শ্ৰেণীৰ সংস্কৃতিৰ প্ৰকাশে

বহুজনৰ মনৰ ওপৰত প্ৰভাৱ পেলাবলৈ সমৰ্থ হয়। এই শ্ৰেণীৰ সৃজনধৰ্মী মানৱ বিশ্বৰ সকলো মানৱৰ প্ৰিয়, যিহেতু এই শ্ৰেণীৰ সৃজন ধৰ্মই মানৱ মনৰ কথা কয়। মানুহৰ সুখ, দুখ, আনন্দ, বিষাদৰ সমভাগী হৈ সাহিত্য, কলা, সঙ্গীত মানবীয় দৰ্শন, বিজ্ঞান অনুশীলন কৰ্মেৰে মানৱ মনত কঁপনি তুলিবলৈ সমৰ্থ হয়। এই শ্ৰেণীৰ সৃজন-ধৰ্মীসকলৰ মাধ্যমেৰে বহু অচিনাকি প্ৰতিভাৰ উন্মেষ হৈ বিশ্বৰ বিস্ময় আনিবলৈ সমৰ্থ হয়। সেই বাবেই এই শ্ৰেণীৰ উন্নত ভাবধাৰাৰ বাহক স্বৰূপে পণ্ডিতসকলে উন্নত মাৰ্গৰ সৃজনী প্ৰতিভাসমূহক জন্মাৰ্জিত সংস্কৃতিৰ বাহক বুলিও কয়। অতীতৰ সুপ্ত সংস্কৃতিসমূহ নৱজাতকে লগত লৈ আহি এই জনমৰ দেশ, জাতি, বংশৰ ধাৰাবাহিক সংস্কৃতিৰ লগত খাপ খুৱাই মিলাই লব লগা হয়। এই সংস্কৃতি প্ৰভাবে পুনৰ নৱ-জাতকৰ নৱ সংস্কৃতি ৰূপেৰে পাতনি মেলে। প্ৰায় ভাগেই দেখা যায় যে, পণ্ডিতৰ বংশত পণ্ডিত, গায়কৰ বংশত গায়ক, খনিকৰৰ বংশত খনিকৰৰ প্ৰতিভা প্ৰকাশ হয়। সমাজৰ অসৎ গুণবোৰো বংশানুক্ৰমে বিকাশ পোৱা সময়ে সময়ে দেখা যায়। পৰজন্ম আৰু ইহজন্মৰ সংস্কৃতি মিলিত হৈ একোজন মানৱৰ জীৱন সংস্কৃতি গঠিত হয়। এইয়া অনুমান নহয় বৈজ্ঞানিক সত্য বুলি পণ্ডিতসকলে প্ৰমাণ কৰিছে। এই সংস্কৃতি তৰঙ্গত সুকুমাৰ কলাসমূহৰ তৰঙ্গ অতি তীব্ৰ হৈ কোনো কোনো আধাৰৰ মাজেৰে প্ৰকাশ হয়। সুকুমাৰ কলা-সাধকসকলে কাব্য, সঙ্গীত, নৃত্য, চিত্ৰ আদি বিষয়ত আত্মনিয়োগ কৰিবলৈ এটি প্ৰেৰণা পায়।

সমাজৰ সৰ্বশ্ৰেণীৰ মাজত কবিৰ দৃষ্টি সুদূৰ প্ৰসাৰী। কবি-মন সৌন্দৰ্য পিয়াসী, কবিৰ দৃষ্টি সৌন্দৰ্য অন্বেষী। সৰ্বসাধাৰণ জাগতিক সুখ তৃপ্তিত কবি-মনে সুখ বা তৃপ্তি নাপায়। কবিৰ দৃষ্টিয়ে বিশ্ব-সৌন্দৰ্যক অপৰূপ বৰ্ণালীৰে ৰঙাই লবলৈ বিচাৰে। কবি সত্তা পূব দিগন্তত ঊষাৰ আগমনত পুৱাৰ হেঙুলী বোলে

কবিৰ অন্তৰত কাব্যৰ ছন্দধ্বনি জগায়, উন্মনা কবি-মন উৰি যাবলৈ বিচাৰে দূৰ দিগন্ত পাৰলৈ। দুপৰৰ ভাগকৰা ধৰণীৰ শান্ত ছাঁত কবি-মনে জিৰণি নলয়, প্ৰখৰ সূৰ্যৰ কিৰণৰ মাজত সৃষ্টি-সুৰ বিচাৰি ফুৰে। সন্ধিয়া ভাগকৰা বেলি ভাগৰি পৰিলে কবি-মনে শুনে ধৰিত্ৰীৰ উদাস আহ্বান। কবিৰ অশান্ত মন উৰা মাৰে দূৰ অসীম দিগন্তৰ সীমাৰেখা বিচাৰি, সুৰৰ সমাপ্তি বিচাৰি। কিবা এটি উদাস অপূৰণীয় তৃষ্ণাই কবি-মন আকুল কৰি তোলে। গভীৰ নিশা কবিৰ সঞ্চিত সংস্কৃতিয়ে বিকাশ বিচাৰি সজাগ হৈ উঠে। এন্ধাৰৰ আঁৰে আঁৰে কবিয়ে শুনে সঙ্গীত সঞ্চাৰিণী কাব্য-ছন্দৰ পদধ্বনি। আকাশৰ সজাগ কোটি কোটি নক্ষত্ৰই কবি-মনক হাত-বাউল দিয়ে, কবিয়ে বিচাৰি যায় আলোকৰ যাত্ৰাপথ। শুই থকা ভাগকৰা পৃথিবীত উজাগৰী কবি-মনে সঙ্গীত ধ্বনিত সৃজনৰ আঁত বিচাৰি উজাগৰে কটায়। নিশাৰ নীৰৱতাৰ আঁৰে আঁৰে কবিৰ অশান্ত মানস-চেতনাত কাব্যৰ ছন্দ শত তালে বাজি উঠে। কবিয়ে অনুভৱ কৰে অব্যক্ত চেতনাৰ অপ্ৰকাশ সৃজন বেদনা। পৃথিবীত জোনাকৰ ঢল নামে, ধুনীয়া ধৰণীৰ মূক সৌন্দৰ্য কবি-মনত মুখৰ হৈ উঠে, কবিৰ সৃজন-বীণাত জোনাক ঢলৰ কঁপনি লাগি সৃজন-বাণী বাজি উঠে। কবিৰ প্ৰাণে প্ৰাণে বাজি উঠে অব্যক্ত সঙ্গীতৰ যুগ-বিজয়ী ললিত সুৰৰ পৰশন। কবিৰ সৃজনত পৃথিবী সুৰময় সঙ্গীতময় হৈ উঠে। ছন্দে ছন্দে সুৰৰ সৃষ্টি হয়। কাব্য আৰু সঙ্গীতৰ অপূৰ্ব সমন্বয় ঘটে কবি-মানসত। কবিৰ কথাত—সুৰে প্ৰাণ সঞ্চাৰ কৰি কথা কয়। মানৱ প্ৰাণৰ গোপন বাতৰিবোৰ সুৰে পৰশ সানি ব্যক্ত কৰে। অতীতৰ এজনা তন্ময় কবিয়ে কাব্যছন্দৰ মাজে মাজে প্ৰিয়তমৰ পদধ্বনি শুনি গাই উঠিছিল বৰষুণৰ ঝম্ ঝম্ বৰষণত—

"শাওণ মেঘ বুঁদীয়া বৰষে
ম্যায়তো শুনি হৰি আওন আৱাজ কী।" (মীৰাবাঈ)

কবি ৰবীন্দ্ৰনাথে পুবাৰ শীতল সমীৰণৰ পৰশ পাই গাই উঠিছিল—

"ভোৰেৰ বেলাই কখন এসে
পৰশ কৰে গেছ হেসে।"

কবিয়ে পুবাৰ সমীৰৰ শীতল পৰশত প্ৰিয়তমৰ পৰশ আৰু হাঁহি দৰ্শন কৰি তন্ময় ভাবত এইদৰে গাইছিল।

এয়ে কবি-জীৱনৰ সত্তা। এই সত্তাক লৈয়ে জন্মাৰ্জিত সংস্কৃতিৰ বিচাৰ কৰিবলৈ সহজ হয়, যিহেতু কবিৰ অনুভূতিয়ে বহুত নেদেখা, নুশুনা, নজনা কথা কৈ পেলায়। বাস্তৱ ক্ষেত্ৰত কবি, সঙ্গীতজ্ঞ সহজ মানুহ হলেও অন্তৰবোধত কবিৰ ভাবগ্ৰাহিতা সৰ্ব-সাধাৰণতকৈ আচুতীয়া। কবিৰ দৃষ্টি অন্তৰ ভেদি নিগূঢ় তত্ব-সন্ধানী। বিশ্ব তৰঙ্গৰ লগত সংযোগ স্থাপন কৰিবপৰা কবিৰ ভাব তৰঙ্গ স্পন্দন সুকীয়া। অতীত ভাৰতত কবি, ধ্যানী, জ্ঞানী, যোগী, বিজ্ঞানী শ্ৰেণীক আৰ্য ঋষিসকলে 'সত্যদ্ৰষ্টা' আখ্যা দিছিল। সত্যক দেখা পায় এই শ্ৰেণীৰ লোকসকলে, সেইবাবে এই সকলক 'সত্যদ্ৰষ্টা' বোলা হৈছিল। বিশ্ব-প্ৰবাহ সংস্কাৰবাহীসকলে শুভ মুহূৰ্ত্তবোৰৰ লগত এই শ্ৰেণীৰ সত্যদৰ্শী লোকৰ অনিৰুদ্ধ সংযোগ স্থাপনৰ এটা অতি মানবীয় শক্তি আৰ্জন কৰিবপৰা ক্ষমতা আছে বুলি ভাবিছিল। এই শ্ৰেণীৰ সত্যানুসন্ধানীৰ চকুত কোনোবা শুভ মুহূৰ্ত্তত জ্যোতি-পথ উন্মুক্ত হৈ পৰে। জ্যোতি পথৰ পৰশ লাগি কোনো কোনো ভাগ্যবানজন হয় চিন্তাশীল ধ্যানী। জ্যোতি পথৰ স্বপ্ন-কাজল চকুত লাগি কবি হয় তত্বদৰ্শী। শিল্পী-প্ৰাণত ফুলি উঠে মৃত্যুঞ্জয়ী ৰূপ পুষ্প পাৰিজাত। প্ৰাণত জাগি উঠে বিশ্ব-সুৰৰ সমলয়, সঙ্গীত ধ্বনি। সঙ্গীতজ্ঞৰ প্ৰাণত লাগে গীতৰ জোৱাৰ। সংশোধিত সংস্কাৰলব্ধ কবি, শিল্পী, ধ্যানী, জ্ঞানীৰ পবিত্ৰ ৰুজ্ৰাই অনুভৱ কৰে পৰম দুৰ্লভ সত্যৰ অনুপম প্ৰসাদৰ অনুভূতি আচ্ছন্নময় স্থূলাৱৰণ ভেদ কৰি শুদ্ধ সংস্কাৰিত তনু-মনত।

# তৰুণ ভাৰতলৈ উপনিষদৰ উপদেশ

অসতো মা সমদ্গময়ঃ

তমসো মা জ্যোতির্গময়ঃ

মৃত্যুর্মা অমৃতোর্গময়ঃ ॥

অসত্যৰ পৰা সত্য পথেৰে নিয়া

এন্ধাৰ-বিনাশী জ্যোতি-শিখা জ্বালি দিয়া

মৃত্যু-বিজয়ী অমৃত পথে নিয়া।

ভাৰতৰ বেদান্তৰ বিশ্বমানবলৈ এয়া শ্ৰেষ্ঠ উপাসনাৰ বাণী। এই মহতী প্ৰাৰ্থনা বিশ্বৰ সৰ্বধৰ্ম সৰ্বজাতিৰ কাৰণে নিৰ্দ্ধাৰিত কৰা চিৰন্তন পৰম প্ৰাৰ্থনা; সৰ্ববিশ্বক আবৃত কৰিব পৰা ভাৰত-দৰ্শনৰ উদাৰ আহ্বান। এই মহৎ প্ৰাৰ্থনাত পৃথিবীৰ সকলো সত্য লুকাই আছে। প্ৰত্যুষতে বেলিটি ওলাই আহোঁতে প্ৰভাতী সূৰ্যলৈ চাই কৰযোৰে এই মন্ত্ৰৰে প্ৰাৰ্থনা কৰা বিধি। বিশ্বৰ সৰ্বশক্তিৰ কেন্দ্ৰ সূৰ্যজ্যোতি পৰম শক্তিস্বৰূপ ভাবি কৰা এই প্ৰাৰ্থনাৰ কোনো বিধি-নিষেধ নাই। ভাৰতৰ প্ৰাচীন জ্ঞানী ঋষিসকলে পুৱাৰ সূৰ্যলৈ চাই এই প্ৰণাম কৰাৰ বিধিৰ আঁৰত বহুখিনি বৈজ্ঞানিক সত্য লুকাই আছে। পুৱাৰ বেলিত পৰ্যাপ্ত পৰিমাণে ওজঃৰশ্মি আছে, পুৱাৰ সূৰ্যৰ তাপ গাত লাগিলে শৰীৰ নিৰোগী হয়, শৰীৰৰ কান্তি-সৌন্দৰ্য লাৱণ্যময় হয়, দীৰ্ঘায়ু লাভ হয়। এই কাৰণেই প্ৰাচীন আৰ্য শিক্ষাগুৰু ঋষিসকলে ছাত্ৰ-ছাত্ৰীসকলক প্ৰভাতী সূৰ্য বন্দনা কৰিবলৈ শিক্ষা দিছিল। অতীত যুগৰ সুদূৰদৰ্শী শিক্ষাগুৰু ঋষিসকলে নিৰ্বাচিত কৰি যোৱা মানৱ জীৱনৰ উন্নয়নকৰ পন্থাবোৰ সত্য বুলি মানি লৈ বিংশ

শতাব্দীৰ বিজ্ঞানৰ যুগেও পুনৰ পূৰ্ব ৰীতি লবলৈ যেন বাট বিচাৰিছে। অতীত ভাৰতৰ মানবীয় মহৎ জীৱনলৈ লক্ষ্য কৰি আজিৰ যুগৰ নবাগত দলৰ জীৱন গঠন কৰিবলৈ অতীতৰ সত্য পন্থাৰ প্ৰতি দৃষ্টিপাত কৰিবলৈ সময় আহি পৰিছে। অতীতৰ তত্বদৰ্শী ঋষিসকলে মানব কল্যাণৰ অৰ্থে বিভিন্ন সত্য-তথ্য উপনিষদ-বেদান্ত-যোগেৰে নিৰ্দ্ধাৰিত কৰি গৈছে। ভাৰতৰ ঋষি-বাক্যৰে অলঙ্কৃত এই উপনিষদসমূহ মানুহ জীৱনৰ সত্য দৰ্শন-স্বৰূপ। অতীত ভাৰতৰ জ্ঞানী ঋষিসকলেই ভাৰতবৰ্ষক অমৰ জ্যোতিৰে উদ্ভাসিত কৰি তুলিছিল। জ্ঞানী ঋষিগুৰুসকলৰ আশ্ৰমত বাস কৰি, ছাত্ৰ-ছাত্ৰী সকলে মানবীয় জীৱনৰ প্ৰকৃত শিক্ষা লাভ কৰি একো একোজন পূৰ্ণ মানুহৰূপে চৰিত্ৰৰ প্ৰাধান্যত সমাজৰ শীৰ্ষস্থান লব পাৰিছিল। ঋষি নিৰ্দেশিত প্ৰাৰ্থনাসমূহৰ শব্দ আৰু অৰ্থৰ ক্ৰিয়া বৈজ্ঞানিক সত্যৰ ভেটিত বিৰচিত, এই প্ৰাৰ্থনাসমূহৰ ক্ৰিয়াও সুদূৰপ্ৰসাৰী। অতীত ভাৰতৰ শিক্ষা-প্ৰণালীৰ মাধ্যম আছিল চৰিত্ৰ গঠন, সুন্দৰ নিৰোগী স্বাস্থ্য, চৰিত্ৰত শক্তিশালী সংযমী মন। দীৰ্ঘ জীৱন লাভৰ প্ৰতিও শিক্ষাগুৰুসকলে ছাত্ৰ-ছাত্ৰীৰ প্ৰতি বিশেষ দৃষ্টি ৰাখিছিল।

যুগ পৰিবৰ্তনৰ লগে লগে ভাৰতবৰ্ষৰ আদৰ্শইও বাট হেৰুৱালে, পাশ্চাত্য শিক্ষাৰ প্ৰভাবত অতীত ভাৰতৰ নৈতিক শিক্ষাও শিথিল হৈ পৰিল। মানুহ-মন পাশ্চাত্য অনুকৰণত সম্পূৰ্ণ বাস্তববাদী হৈ পৰিল। শিক্ষক আৰু শিক্ষা-দানৰ প্ৰণালীৰ লগত চৰিত্ৰ-গঠন স্বাস্থ্য-গঠনৰ সম্বন্ধ নোহোৱা হল। ফলত বস্তুবাদী ভাৰতবৰ্ষ ক্ৰমশঃ আত্মকেন্দ্ৰিক পথেৰে আগ-বাঢ়িবলৈ ধৰিছে। ভাৰতৰ অতীত ঐতিহ্য ভাৰতবৰ্ষই লাহে লাহে পাহৰিবলৈ ধৰিলে। বিশেষকৈ হিন্দু ধৰ্মৰ ৰীতি-বন্ধনৰ কোনো নিৰ্দ্ধাৰিত পন্থা নোহোৱা হৈ পৰিল। খৃষ্টান ধৰ্ম, ইছলাম ধৰ্মত নিয়মিত প্ৰাৰ্থনাৰ নীতি বন্ধা থকা বাবে খৃষ্টধৰ্মীসকলে

গীৰ্জাত প্ৰাৰ্থনা কৰা, ইছলামধৰ্মীসকলে মছজিদত প্ৰাৰ্থনা কৰাৰ ধৰা-বন্ধা নীতি আছে। কিন্তু হিন্দুধৰ্মী সকলৰ ভিতৰত ৰীতিমত প্ৰাৰ্থনাৰ কোনো নিয়ম নোহোৱা হৈ পৰিল। ফলত হিন্দুধৰ্মী সৰ্বসাধাৰণে নিয়মিত প্ৰাৰ্থনাৰ নীতি নৰখা হ'ল। ঘৰে ঘৰে থাপনা থাকিলেও ল'ৰা-ছোৱালীয়ে নিয়মিত উপাসনা বা প্ৰাৰ্থনা কৰাৰ কোনো ধৰা-বন্ধা নীতি নথকাত সমাজৰ উঠি অহা ল'ৰা-ছোৱালীৰ মাজত নিয়মিত প্ৰাৰ্থনা নোহোৱা হৈ পৰিছে। পৃথিবীত বিজ্ঞানৰ প্ৰসাৰতা বঢ়াৰ ফলত উঠি অহা ল'ৰা-ছোৱালীবোৰৰ বিজ্ঞান-শিক্ষালৈ ধাউতি বঢ়া স্বাভাবিক। বিজ্ঞানে পৃথিবীক ইন্দ্ৰপুৰীলৈ ৰূপান্তৰ কৰিব পাৰে, ঐহিক জীৱনক উন্নতিৰ উচ্চস্তৰলৈ উন্নীত কৰিব পাৰে; কিন্তু শিশু জীৱনত ছাত্ৰ-ছাত্ৰীৰ শিক্ষাজীৱনৰ ঘাই চৰিত্ৰ বিকাশৰ ভেটি বান্ধি দিব নোৱাৰে।

উদ্দাম গতিৰে বস্তুবাদী পৃথিবী আজি আগবাঢ়িছে প্ৰতি-যোগিতাৰ ক্ষেত্ৰলৈ—এই উদ্দাম গতিত বংশৰ অৰিহণা যোগাবলৈও বিজ্ঞান কুণ্ঠিত হোৱা নাই। মানবীয় জীৱন-বিকাশৰ প্ৰতি আজিৰ সমাজ শিক্ষাকেন্দ্ৰবোৰ উদাসীন। ফলত ছাত্ৰ-ছাত্ৰী শিক্ষাৰ্থীসকলৰ মানসিক অৱনতি পৰিলক্ষিত হৈ উচ্ছৃঙ্খল জীৱন যাপন কৰিবলৈ নবাগত তৰুণ দলে কুণ্ঠাবোধ নকৰা হৈছে। সুকুমাৰ জীৱনবোৰৰ মাজৰ পৰা যেন সুকুমাৰ কলাৰ প্ৰভাব আঁতৰি যাব লাগিছে, দয়া, ক্ষমা, কৰুণা, বিনয়, সত্য আচৰণবোৰ তৰুণ সমাজৰপৰা লাহে লাহে আঁতৰি যাব লাগিছে। সমাজৰ গৰ্হিত কামবোৰ কৰিবলৈ তৰুণ মনত কুণ্ঠাবোধ আহিব নোখোজে। পবিত্ৰ সঙ্গীত সভাত অমাৰ্জিত আচৰণ কৰি, কিৰিলি পাৰি শান্তি নষ্ট কৰিবলৈ সঙ্কুচিত ভাব নাৰাখে। পৃথিবী তথা ভাৰতবৰ্ষ আজি অৰ্থকৰী বিদ্যাৰ উন্নয়নৰ অৰিহণাত ব্যস্ত, কিন্তু দেশৰ জাতিৰ সম্পদ জাতীয় চৰিত্ৰৰ প্ৰতি উদাসীন হৈ পৰা দেখা গৈছে। নবাগত তৰুণ শক্তিৰ

সমুখত আদৰ্শ দাঙি ধৰি প্ৰকৃত বাটৰ পোহৰ দেখুৱাবলৈ যত্নপৰ হোৱাহে বাঞ্ছনীয়।

উঠি অহা তৰুণ জীৱনবোৰ প্ৰচুৰ জীৱনী শক্তিৰে ভৰপূৰ। এই সময়ত বাৰিষাৰ ভৰা নৈৰ প্ৰবল সোঁতৰ দৰে তৰুণ জীৱন শক্তিৰ প্ৰাচুৰ্যৰ তুলনা কৰিব পাৰি। ভাৰতবৰ্ষৰ তৰুণ শক্তিৰ সমুখত অতীত ভাৰতৰ মানবীয় আদৰ্শ দেখুৱাই উঠি অহা তৰুণ সমাজখন সংশোধিত কৰিবলৈ যত্ন কৰা উচিত। বৰ্ত্তমান বাস্তৱমুখী শিক্ষা পোৱাৰ ফলত তৰুণ সমাজৰ শিক্ষাৰ্থী সুকুমাৰ জীৱনবোৰে ন্যায় অন্যায় বিচাৰ কৰি সংশোধন কৰি লবলৈ শিক্ষা পোৱা নাই। আজিৰ ভাৰতবৰ্ষৰ সমাজৰ সন্তানসকলক চৰিত্ৰবান কৰিবলৈ যি আদৰ্শৰ প্ৰয়োজন, সেই প্ৰয়োজনীয় আদৰ্শ অভিভাবক সকলৰ মাজতেই বিৰল। আদৰ্শচ্যুত বিপথগামী ভাৰত-সমাজক পূৰ্ব কালৰ আদৰ্শময় শিক্ষাৰ আঁহিৰে বাট দেখুৱাই জাতিৰ সোণোৱালী ভবিষ্যতৰ উত্তৰাধিকাৰী সকলৰ দেহ-মন উন্নতি সাধনকাৰী শিক্ষা-দানৰ প্ৰয়োজন অপৰিহাৰ্য হৈ পৰিছে।

অতীতলৈ ঘূৰি চালে দেখা পোৱা যাব, শিশুৰ মনত পৰমেশ্বৰ-চিন্তা কৰা প্ৰণালীৰে অতীত ভাৰতে চৰিত্ৰ বিকাশৰ ভেটি গঢ়িছিল। শিক্ষাব্ৰতী ঋষিসকলে আশ্ৰমৰ শিক্ষাৰ মাজত শিক্ষাৰ্থী-সকলৰ মনৰ একাগ্ৰতা চিত্ত শুদ্ধ কৰিবলৈ উপাসনা, প্ৰাৰ্থনা, ধ্যান আদি শিক্ষাদান কৰি শিক্ষাৰ্থীৰ তৰুণ জীৱনক আদৰ্শ চৰিত্ৰবান হবলৈ বাট দেখুৱাইছিল।

আৰ্য শিক্ষাগুৰু ঋষিসকলে—প্ৰথমতেই শিক্ষাৰ্থীসকলক প্ৰভাতী সূৰ্য বন্দনা শিক্ষা দিছিল। দ্বিতীয়তে, বিশ্বকৰ্তাজনলৈ প্ৰাৰ্থনা কৰিবলৈ নিয়ম বান্ধি দিছিল। তৃতীয়তে, শিক্ষাৰ্থীসকলক ধ্যান শিক্ষা দিছিল মনক একাগ্ৰ কৰিবলৈ।

ঋষিবাক্য কোনোপনিষদ বিত্তয়াবিত্তভেঽমৃতম।

ঋষিবাক্য—হে শিষ্যসকল! তোমালোকে বিদ্যা শিক্ষা কৰা এই

বিদ্যাই তোমালোকক অমৃত দান কৰিব, অৰ্থাৎ বিদ্যা ৰূপ অমৃত লাভ কৰি অমৰ হব পাৰিবা। ছাত্ৰানাং অধ্যয়নং তপঃ—ছাত্ৰ জীৱনত অধ্যয়নেই তপস্যা—অতীতৰ জ্ঞানী গুৰুসকলে বিদ্যাত সোনকালে পাৰদৰ্শী হবলৈ শিষ্যসকলক কিছুমান প্ৰণালী শিকাই দিছিল। যিবোৰ ক্ৰিয়া বা প্ৰণালীৰ ফলত শিষ্যসকলৰ মনত শিক্ষা কৰা বিদ্যাসমূহৰ জটিল বিষয়বোৰ আপোনা-আপুনি মনৰ মাজত আহি উদয় হৈছিল। মনত আপুনি উদয় হোৱা জ্ঞানকেই ঋষিসকলে 'স্বজ্ঞা' বুলিছিল। এই 'স্বজ্ঞা' লাভৰ প্ৰণালী আছিল 'ধ্যান'। গুৰুৱে নিশিকোৱাকৈয়ে শিষ্যই অৰ্থ লাভ কৰে। স্বয়ংজ্ঞাত জ্ঞান আপোনা-আপুনি মনৰ মাজত উদয় হোৱা জ্ঞানেই স্বজ্ঞা।

"গুৰুস্তো মৌন ব্যাখ্যানং
শিষ্যস্তো ছিন্ন সংশয়।"

গুৰুসকলৰ এনে মনস্তাত্বিক প্ৰণালীৰ শিক্ষাত শিক্ষাৰ্থী-সকলৰ বুদ্ধি প্ৰখৰ হয়,—চিন্তা গভীৰ হয়, প্ৰজ্ঞা উজ্জ্বল হয়। প্ৰণালীবদ্ধ জীৱন নিৰ্বাহৰ ফলত মন নিৰ্মল হয়। ক্ৰমে ক্ৰমে নিৰ্মল মনৰ দাপোণত সৰ্বজ্ঞান সৰ্ববিদ্যা শিক্ষাৰ্থীৰ মনত আপুনি আহি উদয় হয়। এয়ে 'স্বজ্ঞা' বা স্বয়ং উপনীত হোৱা জ্ঞান। স্বজ্ঞাৰ প্ৰকাশ পালে, দাৰ্শনিক তত্ব, বৈজ্ঞানিক তত্ব, কলা তত্ব মনৰ মাজত আহি আপুনি প্ৰকাশ পায়। বিদ্যাৰ্থীসকলে অতি সোনকালে সৰ্ব বিদ্যাত পাৰদৰ্শিতা লাভ কৰি গুৰুৰ আশীৰ্বাদ পাই কৃতাৰ্থ হয়। প্ৰাচীন ভাৰতত 'বিদ্যা' অভ্যাসক 'তপস্যা' বোলা হৈছিল—'ছাত্ৰানাং অধ্যয়নং তপঃ'—ছাত্ৰসকলৰ অধ্যয়নেই তপস্যা। কায়-বাক্য-মনক প্ৰণালীবদ্ধভাৱে নিয়ন্ত্ৰিত কৰাকে 'তপস্যা' বোলা হয়। কায় মানে শৰীৰ নিয়ন্ত্ৰণ, বা শৰীৰ চৰ্চাৰ নিয়ম প্ৰণালী। বাক্য-সংযম, কুবাক্য উচ্চাৰণ নকৰা, অসত্য বাক্য উচ্চাৰণ নকৰা, যি বাক্যৰ দ্বাৰা আনৰ অহিত সাধন হয়, তেনে বাক্য সংযত কৰা আৰু বিদ্যা শিক্ষাৰ বাবে যি বাক্য

উচ্চাৰণ কৰিব লাগে সেই বাক্য মানেই বিত্থাপাঠ কৰা, এয়া বাক্য পালন। মন—প্ৰধান বিষয়, এই মনক সৰ্বতোভাৱে আয়ত্ব কৰা, স্থিৰ কৰা, কুচিন্তা কুসংকল্প মনক পৰা আঁতৰ কৰা, সুচিন্তা সুসংকল্প অভ্যাস কৰা, মনৰ একমুখী গভীৰ চিন্তাৰ সহায়েৰে স্থিৰ কৰিবলৈ অভ্যাস কৰা; হিংসা, দ্বেষ, ঈৰ্ষা, কপট মনৰ পৰা দূৰ কৰা; কৰুণা, ক্ষমা, দয়া আদি সজগুণবোৰ আয়ত্ব কৰা, সমদৰ্শী স্নেহশীল, সহানুভূতিপৰায়ণ কৰি তুলিবলৈ মনক প্ৰেৰণাৰে আয়ত্ত কৰাই তপস্যা। শিক্ষাৰ্থীসকলে গুৰুৰ আশ্ৰম শিক্ষাত, গুৰুৰ উপদেশ ক্ৰমে, ওপৰোক্ত 'তপস্যা'ৰ যোগে বিত্থা অধ্যয়ন কৰিবলৈ যি শিক্ষা পাইছিল, সেই বিত্থাসমূহ শিক্ষাৰ্থীৰে প্ৰখৰ মেধাশক্তিয়ে গ্ৰহণ কৰি, কণ্ঠস্থ কৰি লবপৰা শক্তি অৰ্জন কৰিছিল। গুৰু সকলে দিয়া জ্ঞানৰ উপদেশসমূহ শিক্ষাৰ্থীসকলে শুনি শুনি, 'শ্ৰুতি'ৰে স্মৃতিত ধাৰণ কৰি লোৱাৰ প্ৰণালী মতেই 'শ্ৰুতি' আৰু 'স্মৃতি' নামেৰে শাস্ত্ৰসমূহক নামকৰণ কৰা হৈছিল। যি সকল ছাত্ৰৰ স্মৃতিয়ে এই বিষয়ত সৰ্বশ্ৰেষ্ঠ স্থান পাইছিল সেই সকলক 'শ্ৰুতিধৰ' উপাধি দিয়া হৈছিল। অতীত ভাৰতৰ শিক্ষাগুৰু-সকলৰ শিক্ষা প্ৰণালী, অভিনৱ আছিল—সেই শিক্ষাত কায়িক, বাচিক মানসিক বিকাশ সাধন লাভ কৰি শিক্ষাৰ্থীসকলে জীৱনৰ পৰিপূৰ্ণ সফলতা আৰ্জি লৈ আশ্ৰম ধৰ্ম শেষ কৰি শেষত পূৰ্ণ যৌৱনত পূৰ্ণ স্বাস্থ্য, উজ্জল পৰমায়ু, দৃঢ় মন, নিৰ্ভীক অগ্ৰগতিৰে সংঘাতময় সংসাৰ-জীৱনত প্ৰবেশ কৰি পৰিপূৰ্ণ মানবীয় জীৱনৰ আনন্দ, সুখ তৃপ্তি লাভ কৰি কেনেকৈ একোটি আদৰ্শ জীৱনৰ অধিকাৰী হব পাৰে এয়ে আছিল শিক্ষাৰ লক্ষ্য।

আজিৰ ভাৰতবৰ্ষই পাশ্চাত্যৰ বাস্তববাদত প্ৰভাবিত হৈ নিজৰ ঘৰৰ স্যামন্তক মণি এৰি কাঁচ বিচাৰিবলৈ গৈ সৰ্বহাৰা হৈ পৰিছে। আজি বিক্ষুব্ধ ভাৰতে নতুন ভাৰতক একো দিব পৰা নাই। দূৰদৰ্শী মহৎ মনীষীসকলে নৱ ভাৰতৰ কাৰণে এটা

নতুন পন্থা বাচি উলিয়াব লাগিব—যি পন্থা হব নব ভাৰতৰ নতুন দীক্ষা। মনস্তাত্বিকসকলে শিশু-মনস্তত্ব বিকাশৰ পথৰ নৱতম পন্থা উদ্ভাৱন কৰিব লাগিব। নৱাগত তৰুণ জীৱনবোৰ প্ৰচুৰ প্ৰাণশক্তিৰে সঞ্জীৱিত। জ্ঞানৰ স্পৃহা, পোহৰৰ সন্ধানত উৎসুক মনোভাব তৰুণ জীৱনবোৰৰ সহজ ধৰ্ম; এই তৰুণ জীৱন-বোৰৰ কাম্য কি? আনন্দ শান্তি তৃপ্তি; জুইত জাপ দি প্ৰাণ বিসৰ্জন দিয়া চগাবোৰৰ দৰে এই পৱিত্ৰ তৰুণ জীৱনবোৰ সৌন্দৰ্য-প্ৰয়াসী, আনন্দ-প্ৰয়াসী। পৱিত্ৰ তৰুণ আত্মাবোৰ সত্য আবিষ্কাৰৰ অভিলাষী, দুৰ্দমনীয় মনোবৃত্তিপৰায়ণ নৱাগত তৰুণ জীৱনবোৰে সৌন্দৰ্য ক্ষুধাত আকুল হৈ জীৱন বিসৰ্জন দিবলৈও কুণ্ঠিত নহয়। যি হেতু এই সুন্দৰ সুকুমাৰ নিষ্পাপ জীৱনবোৰ চিৰসুন্দৰতম্ ভগবৎ শক্তিৰ একোটি স্ফুলিঙ্গ স্বৰূপ। যতেই সৌন্দৰ্য, যতেই সুকুমাৰ কলাৰ বিকাশ তলৈকে লৰ ধৰে—এই সৌন্দৰ্যপ্ৰিয় মনবোৰে এৰি থৈ অহা পৰম সৌন্দৰ্যৰ সান্নিধ্য বিচাৰি। সৌন্দৰ্যত বুৰ মাৰি মনৰ সত্তা হেৰুৱাই পেলোৱাই তৰুণ প্ৰাণবোৰৰ স্বভাব ধৰ্ম। তৰুণ প্ৰাণবোৰ সদায় পৱিত্ৰ। সংসাৰৰ ধূলি-মলিনতাৰ পৰা বহু আঁতৰত থকা কোমল কমনীয় মুখবোৰৰ নিষ্পাপ সৌন্দৰ্যৰ আকৰ্ষণ বিশ্বমন মুগ্ধকাৰী। সতেজ নতুন প্ৰাণবোৰ স্বৰ্গীয় চেতনাৰে জলমল প্ৰচুৰ প্ৰাণশক্তিৰে ওপোচা শক্তিমান গ্ৰহণীয় স্নায়ুৰ অধিকাৰী। এই নৱাগত তৰুণ জীৱনবোৰৰ আগত ভাৰতে আজি অমৃতৰ দুৱাৰ মুকলি কৰি দিব লাগিব। পিপাসিত উত্তপ্ত ভাৰতৰ তৰুণ দল, আজি অমৃতৰ পিয়াহত আকুল হৈ বিপথগামী; এই সুন্দৰ জীৱনবোৰৰ আগত সত্য-উজ্বল, সহজ-সৰল প্ৰাচীন শিক্ষাৰ পদ্ধতি কিছুমান দাঙি ধৰিব লাগিব। আজিৰ যুগধৰ্মত খাপ খুৱাই শিক্ষাৰ্থীসকলৰ আগত নতুন পন্থা এটি সহজে গ্ৰহণ কৰিব পৰাকৈ নিৰ্বাচিত প্ৰণালীৰ সন্ধানৰ প্ৰয়োজন—যাতে সৰ্বধৰ্মী ছাত্ৰ-ছাত্ৰীসকলে এটি সহজ বাট পায়।

***প্ৰাৰ্থনা-বিজ্ঞান ঃ***

ছাত্ৰ-জীৱনত প্ৰাৰ্থনা-বিজ্ঞানৰ প্ৰভাব অতি আৱশ্যকীয়। অতীজৰ প্ৰাচীন আৰ্য শিক্ষাগুৰুসকলে শিক্ষাৰ্থীসকলক প্ৰথমেই 'প্ৰাৰ্থনা' শিক্ষা দিছিল। বিশ্বশক্তিৰ ওচৰত নিজৰ মূৰ দোঁৱাই শক্তি-প্ৰেৰণা ভিক্ষা কৰাকে 'প্ৰাৰ্থনা' বোলা হয়। এই প্ৰাৰ্থনাই মনৰ মাজত উঠা অসীম তৰঙ্গবোৰক একত্ৰিত কৰি গোট খুৱাই পৰম শক্তিমানৰ ওচৰত নিবেদন কৰিবলৈ কৰা অভ্যাস। প্ৰাৰ্থনাত ক্ৰমে ক্ৰমে মনে শান্ত অৱস্থা ধাৰণ কৰে; পৰমেশ্বৰলৈ ভক্তি ভাব আহে, আশ্ৰয়ৰ সান্ত্বনাই মনক শান্ত কৰি তোলে।

# তৰুণ শিক্ষাৰ্থীলৈ উপনিষদৰ নৱদীক্ষা

***প্ৰাৰ্থনা ঃ***

মানৱ জীৱনত প্ৰাৰ্থনাই ধৰ্মৰ প্ৰধান বিধি। প্ৰাৰ্থনা বিশ্ব-শক্তিৰ ধাৰক প্ৰকাশক। প্ৰাৰ্থনাৰ শক্তি বিজ্ঞান স্বৰূপ। প্ৰাৰ্থনাৰ শক্তিৰে বহুত অসম্ভৱকো সম্ভৱ কৰি তুলিব পাৰি। পৃথিৱীৰ সৰ্বধৰ্ম সৰ্বজাতিৰ মাজত প্ৰাৰ্থনাই প্ৰধান বিধি; প্ৰাৰ্থনাই কোনো ধৰাবন্ধা ৰীতি বা নিয়মৰ প্ৰয়োজন নাৰাখে। প্ৰাৰ্থনা সৰ্বত্ৰগামিনী। তথাপি প্ৰকৃতিৰ পৰিবেশৰ লগত খাপ খুৱাই লবৰ বাবে অতি প্ৰত্যুষ, সন্ধ্যা বা গভীৰ নিশা প্ৰাৰ্থনাৰ উপযুক্ত সময়। কাৰণ নিশাৰ নিস্তব্ধ শান্তিৰ মাজত পৃথিৱীয়ে শান্ত ভাব ধাৰণ কৰে, পুৱাৰ শুদ্ধ নিৰ্মল বায়ু বৈ আহি বিশ্বত শান্তিৰ বাতৰি বিলায়। নিশাৰ টোপনিৰ জিৰণিৰ পিচত মানৱ দেহৰ স্নায়ুবোৰে শান্তভাব ধাৰণ কৰে। নতুন শক্তিত স্নায়ুবোৰ সচেতন হয়। প্ৰত্যুষ-প্ৰকৃতিৰ নিৰ্মল পৰশে মনত শান্তিৰ পৰশ বুলাই দিয়ে, এই সময়তেই তৰুণ শিক্ষাৰ্থীসকলে বিছনা এৰি বা বিছনাতেই বহি বিশ্বনিয়ন্তা পৰমেশ্বৰক স্মৰণ কৰি মূৰ দোৱাই প্ৰাৰ্থনা কৰা ভাল। পৰমেশ্বৰৰ সীমাহীন অনন্ত মহিমাময় শক্তিক যাৰ যিৰূপে ভাবি ভাল লাগে সেই ৰূপেই ভাবি প্ৰাৰ্থনা কৰিব পৰা যায়।

প্ৰাৰ্থনা কৰিবলৈ বহোঁতে লেপেতি কাঢ়ি বহা উচিত। লেপেতি কাঢ়ি বহোঁতে বাওঁ কৰঙণৰ ওপৰত সোঁ ভৰিখনৰ তলুৱা ওপৰকৈ আৰু বাওঁ ভৰিৰ তলুৱা সোঁ কৰঙণৰ ওপৰত থাকিব। এই আসন খনক 'সুখাসন' বোলা হয়। এই আসনেই এটাইতকৈ সহজ; হাত

হুখন কোলাত থৈ বা হাত যোৰ কৰি যেনেকৈ ভাল লাগে তেনেকৈয়ে মাত্ৰ বহোঁতে মূৰ আৰু বাজহাড় পোন কৰি বহিব লাগে। এনে ভাবে বহি স্থিৰ হৈ মনক স্থিৰ কৰি একাগ্ৰ চিন্তাৰে পৰমেশ্বৰক চিন্তা কৰিব লাগে, যাৰ যি মনৰ আকাঙ্ক্ষা পৰমেশ্বৰক নিবেদন কৰি বিশ্বশক্তিৰ আধাৰ পৰমেশ্বৰ সকলোতকৈ আপোন সকলোতকৈ প্ৰিয় বুলি ভাবি প্ৰাৰ্থনা কৰা উচিত। চঞ্চল মনক শুদ্ধ একাগ্ৰ কৰি জীৱনৰ অগ্ৰগতিৰ পথত সফলতা লাভ কৰিবলৈ পবিত্ৰ ভগবৎ প্ৰেৰণা ভিক্ষা কৰা উচিত। এনে ভাবে ছাত্ৰ-ছাত্ৰীসকলে পুৱা-গধূলি হুবাৰ প্ৰাৰ্থনা কৰা উচিত। প্ৰাৰ্থনাত কোনো আচাৰ-বিচাৰৰ বিধি নাই। গা ধোৱা নোধোৱাৰ কোনো প্ৰশ্ন নাই। সুবিধা থাকিলে এখন পবিত্ৰ ঠাইত, সুবিধা নাথাকিলে হোটেল বা মেচত থকা ছাত্ৰ-ছাত্ৰীসকলে নিজৰ বিছনাখনতেই বহি প্ৰাৰ্থনা কৰিব পাৰে। কেৱল পবিত্ৰ শুদ্ধভাৱে সভক্তিৰে প্ৰাৰ্থনা কৰা বিধি। এনে প্ৰণালীৰে প্ৰাৰ্থনা কৰিবলৈ অভ্যাস কৰোঁতে কৰোঁতে প্ৰাৰ্থনাৰ সম্মোহনী শক্তিয়ে মন অধিকাৰ কৰিব, প্ৰাৰ্থনা কৰি ভাল লগা হব; সৰহ সময় প্ৰাৰ্থনা কৰিবলৈ মন যাব। প্ৰাৰ্থনা জীৱনৰ দৈনন্দিন কৰ্মপদ্ধতিৰ দৰে হৈ পৰিব। প্ৰাৰ্থনাৰ আকৰ্ষণে মন অধিকাৰ কৰি লব, তেনে অৱস্থাত কেতিয়াবা প্ৰাৰ্থনাৰ ত্ৰুটি হলে মনত অশান্তিয়ে দেখা দিব, আৰু তেতিয়াহে বুজিব লাগিব, তোমাৰ প্ৰাৰ্থনা-শক্তি অমৃতৰ হুৱাৰৰ কাষ চাপিছে। জীৱনৰ সফলতাৰ হুৱাৰ মুকলি কৰি দিবলৈ পৰমেশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰা উচিত, অধ্যয়ন জীৱনত অমৃতবৰ্ষিণী জ্ঞান, বিদ্যা, প্ৰেৰণা ভিক্ষা কৰা উচিত। প্ৰাৰ্থনাৰ উদ্দেশ্য হৈছে পৰমেশ্বৰৰ লগত প্ৰাৰ্থনাকাৰীৰ সংযোগ স্থাপন। প্ৰাৰ্থনাৰ প্ৰভাৱে প্ৰাৰ্থনাকাৰীৰ দেহ-মনত অলক্ষিতে পবিত্ৰ প্ৰভাৱ বিস্তাৰ কৰি থাকে। প্ৰাৰ্থনা কৰি থাকোঁতে প্ৰাৰ্থনা অভ্যাসত পৰিণত হৈ পৰিব। কেতিয়াবা নিজৰ অজ্ঞাতসাৰেই প্ৰাৰ্থনাৰ মাজত নিবিড়তাই ধৰা দিব। নিবিড় অৱস্থাই কেতিয়াবা নিজৰ

অজ্ঞাতসাৰেই ধ্যানৰ লগত পৰিচয় কৰাই দিব। প্ৰাৰ্থনাই ধ্যানৰ লগত সংযোগ ঘটায়। তৰুণ কোমল পবিত্ৰ মনবোৰত অতি সহজেই ভগবৎ কৃপাস্বৰূপ ধ্যানৰ পৰশ প্ৰকাশ পায়। অতীত ভাৰতৰ ঋষি-শিক্ষাগুৰুসকলে শিশু ছাত্ৰ-ছাত্ৰীসকলক শিক্ষাৰ আৰম্ভণিৰে পৰা প্ৰাৰ্থনা আৰু ধ্যান শিক্ষা দিছিল। জীৱনক পৰিপূৰ্ণ মানবীয়তাৰ পিনে আগবঢ়াই নিবলৈ ধ্যানেই একমাত্ৰ পথ।

"ধ্যানাৎ পৰতৰঃ নাস্তি"—ধ্যানতকৈ আৰু একো নাই। ধ্যান মানে কি? ধ্যান মানে গভীৰ চিন্তা। বিদ্যাৰ্থী-শিক্ষাৰ্থী, কুমাৰ-কুমাৰী, ছাত্ৰ-ছাত্ৰীসকলে ধ্যানৰ আশ্ৰয় ললে পৃথিবীত কোনো অসাধ্য নাথাকে বুলি ঋষিসকলে কৈছে। যি কোনো বিদ্যাত পাৰদৰ্শিতা লাভ কৰিবলৈ ধ্যান বা চিন্তা এটা অপৰিহাৰ্য পন্থা। ধ্যানৰ সুফল কি? ধ্যানে মস্তিষ্কৰ স্নায়ুমণ্ডলী শান্ত কৰে; স্নায়ু-সমূহে শান্ত ভাব ধাৰণ কৰিলে দেহ নিৰোগী হৈ দীৰ্ঘ জীৱনৰ অধিকাৰী হব পাৰে। স্নায়ুসমূহে শান্ত ভাব ধাৰণ কৰিলে মুখৰ কান্তি উজ্জ্বল, নিৰ্মল, কমনীয় আৰু লাৱণ্যময় হয়। চকুত শান্ত নিবিড়তা প্ৰকাশ পায়। স্মৃতি-মেধা বৃদ্ধি হৈ, বুদ্ধি প্ৰখৰ হৈ প্ৰত্যুৎপন্নমতি লাভ কৰিব পাৰে।

### *ধ্যান বিজ্ঞান ঃ*

ধ্যান বিজ্ঞান-সম্মত; বিশ্বজগৎ বিজুলী শক্তিৰে পৰিব্যাপ্ত, এই কথা বিজ্ঞানে চাক্ষুষ সত্যৰে প্ৰমাণ কৰি দেখুৱাইছে। বিজ্ঞান জগতে বিদ্যুৎ-প্ৰবাহ তৰঙ্গৰ সহায়েৰে অনাতাঁৰ শব্দ-প্ৰেৰক, টেলিভিশ্যন ৰকেটৰ সৃষ্টি কৰি চন্দ্ৰলোকলৈ গতি কৰিছে। সেইদৰে বিশ্ব-প্ৰকৃতি পৰিব্যাপ্ত বিদ্যুৎ তৰঙ্গ জীৱদেহতো তৰঙ্গায়িত হৈ আছে অহৰ্নিশে। প্ৰকৃতি আৰু জীৱদেহত বিজুলী প্ৰবাহৰ অজ্ঞাত সম্বন্ধ আছে।

মানুহে দেহস্থিত বিজুলী তৰঙ্গক শক্তিশালী কৰি তুলিবলৈ

ধ্যানৰ সহায় লব লাগিব। গভীৰ চিন্তা বা ধ্যানৰ সংযোগত প্ৰকৃতি আৰু দেহৰ পৰিব্যাপ্ত বিজুলী শক্তিক ধ্যানযোগে আকৰ্ষণ কৰি আনি থূপ খুৱাই এঠাইত কেন্দ্ৰীভূত কৰি লবলৈ কৰা চেষ্টাই ধ্যানৰ প্ৰক্ৰিয়া। দেহৰ ভিতৰতে এটি নিৰ্দিষ্ট ধ্যান-কেন্দ্ৰ আছে।

এই ক্ৰিয়াসমূহৰ সত্যতা প্ৰমাণ কৰি আৰ্য-ঋষিসকলে লিপিবদ্ধ কৰি থৈ গৈছে, এই ক্ৰিয়াসমূহ সত্যত প্ৰতিষ্ঠিত ঋষি সাধনাৰ অঙ্গ। ঋষিসকলৰ শ্ৰীমুখ নিসৃত বাক্য হ'ল 'আপ্ত' বাক্য; আপ্ত বাক্য মানে সত্য বাক্য। অৰ্থাৎ এই বাক্য চিৰসত্য, অন্যথা হব নোৱাৰে। অতীতৰ প্ৰাচীন ঋষি-সাধকসকলে বিদ্যুৎ শক্তিক ধ্যানৰ সহায়েৰে আয়ত্ব কৰি ত্ৰিকালজ্ঞ জ্ঞান লাভ কৰিছিল; চকুৰে নেদেখা, কাণেৰে নুশুনা বহু সত্য-তথ্য প্ৰকাশ কৰিছিল। ভূত ভৱিষ্যতৰ অতীতৰ দৰ্শন লাভ কৰি মানব সমাজ চমৎকৃত কৰিব পাৰিছিল। আজিৰ বিজ্ঞান বিজুলী শক্তিৰ প্ৰভাবত যি দূৰদৰ্শন দূৰশ্ৰৱণ সহজসাধ্য কৰি তুলিছে, বহু হাজাৰ বছৰ আগতেই সাধক ঋষিসকলে সাধন যোগেৰে এই ক্ষমতা লাভ কৰিছিল, আনকি মৃতকৰ পুনৰ্জীৱন দান কৰিব পাৰিছিল। সত্য-সাধকৰ সত্য বাক্য অন্যথা হব নোৱাৰিছিল; সত্যত প্ৰতিষ্ঠিত ঋষি বাক্য বৰ শাপ ৰূপে বহু অসাধ্য সাধন কৰি দেখুৱাইছিল।

শিক্ষাগুৰু ঋষিসকলে সমাজৰ উঠি অহা শিক্ষাৰ্থীসকলৰ বাবে শক্তি সঞ্চয় কৰি লবৰ কাৰণে—শিক্ষাৰ লগে লগে প্ৰাৰ্থনাৰে চিত্ত মন শুদ্ধ কৰি লবলৈ প্ৰথমেই প্ৰাৰ্থনা, আৰু মনৰ একাগ্ৰতা মেধা আৰু স্মৃতি বৃদ্ধিৰ কাৰণে, জীৱনত সফলতা লাভ কৰিবৰ কাৰণে 'ধ্যান' শিক্ষাক এটা অপৰিহাৰ্য অংশৰূপে বাচি লৈছিল। অনন্ত ব্ৰহ্মাণ্ডত তৰঙ্গায়িত হৈ থকা বিদ্যুৎ শক্তি ঘনীভূত কৰি লব পাৰিলে বিজ্ঞান-জগতৰ পৰিচয় ঘটাৰ পন্থা ঋষিসকলে বহু হাজাৰ বছৰ আগতেই আবিষ্কাৰ কৰি অকল বাস্তৱ জগতেই নহয়, মানব জীৱনৰ বিজ্ঞানৰ ওপৰতো প্ৰভাব বিস্তাৰ কৰিবপৰা

ক্ষমতা পাইছিল। ভাৰতীয় দৰ্শন বিজ্ঞানে প্ৰমাণ কৰিছে মানুহৰ বাক্য-শব্দ-চিন্তাৰ তৰঙ্গসমূহক কেন্দ্ৰীভূত কৰি লব পাৰিলে অনন্ত ব্ৰহ্মাণ্ডৰ সকলো সত্য আহি সাধকৰ চকুত আপুনি প্ৰতিভাত হৈ পাৰিবহি।

সেইবাবে 'ধ্যান' বিদ্যাৰ্থীসকলৰ মনক একাগ্ৰ হোৱাৰ সহায়-ৰূপে প্ৰয়োগ কৰিছিল। যি সত্য, যি শাশ্বত, যি চিৰন্তন, সেই সত্যক বিনাশী কালে ধ্বংস কৰিব নোৱাৰে। মহা মহা ঋষি-সাধকৰ তপস্যাৰ লীলাভূমি ভাৰতবৰ্ষত পূৰ্ণ মানবীয়তা প্ৰকাশ কৰি তোলাৰ মহান সাধকসকলৰ সপোন ফলিয়াব লাগিব। ভাৰতৰ অতীত মহিমাময় যুগলৈ পৃথিবীয়ে গতি ঘূৰাব লাগিব —মানবীয় জীৱন-দৰ্শনৰ অনুশীলনত। অতীতৰ ঋষি-নিৰ্দেশিত শিক্ষাৰ সহযোগী অঙ্গ-প্ৰাৰ্থনা আৰু ধ্যানৰ প্ৰক্ৰিয়া নৱভাৰতৰ ভবিষ্যৎ তৰুণ শিক্ষাৰ্থী সমাজৰ শিক্ষাৰ অঙ্গ হব। এয়া হব উপনিষদৰ 'নৱদীক্ষা'। নৱ ভাৰতৰ নৱদীক্ষাত দীক্ষিত তৰুণ শিক্ষাৰ্থী সমাজে নতুন জীৱনৰ নৱ উদ্ভাবনাৰে ভাৰত আত্মাৰ বাঞ্ছিত আকাঙ্ক্ষাত অৰিহণা যোগাই মহামানৱৰ স্বপ্ন ভাৰতৰ বিশ্বজিনা চিত্ৰ আঁকিব লাগিব। নৱতম অমৃতময় ভাৰতবৰ্ষ গঢ়িবলৈ সমৰ্থ হব, এয়ে হব ঋষি নিৰ্দেশিত মানবীয় শিক্ষাৰ সত্যপথৰ অমৰ নৱদীক্ষা। নৱ ভাৰতে অতীত ভাৰতৰ ঋষি-নিৰ্দেশিত শিক্ষাৰ অমূল্য পন্থাবোৰ পুনৰ শিক্ষা-পদ্ধতিৰ লগত প্ৰচলিত কৰি তুলিবলৈ যত্ন কৰিব লাগিব। আগত ভাৰত বংশধৰ সকলে উত্তৰাধিকাৰী ৰূপে উপনিষদৰ অমূল্য শিক্ষা পাব লাগিব। গঢ়িব লাগিব মহিমাৰে মহীয়ান মহান ভাৰত—এয়া অমৰ ভাৰতৰ কবিস্বপ্ন।

# সত্য পথৰ সন্ধান

***বাপুজীৰ বাণী ঃ***

"মই সত্যৰূপী পৰমেশ্বৰৰ পূজাৰী। এইটোৱেই একমাত্ৰ সত্য, আন সকলো মিছা। এই সত্য মই এতিয়াও লাভ কৰিব পৰা নাই। কিন্তু এই সত্য মই সন্ধান কৰি আছো। এই সন্ধানৰ যাত্ৰাত মোৰ জীৱনৰ প্ৰিয়তকৈও প্ৰিয় বস্তু মই ত্যাগ কৰিবলৈ প্ৰস্তুত হৈ আছো। এই সত্য সন্ধান স্বৰূপ মহাযজ্ঞত মোৰ দেহক মই হোমৰ আহুতি স্বৰূপে প্ৰস্তুত কৰিছো। সেই শক্তি মোৰ আছে বুলি মই বিশ্বাস কৰোঁ। যেতিয়ালৈকে এই সত্যক মই লাভ কৰিব নোৱাৰো তেতিয়ালৈকে মোৰ অন্তৰ-আত্মাই যিহকে সত্য বুলি ভাবে সেয়ে মোৰ আশ্ৰয়। সেয়ে মোৰ পথ-প্ৰদৰ্শক ; বাটৰ বস্তিৰ পোহৰ ৰশ্মিক আশ্ৰয় কৰি মই মোৰ জীৱন যাপন কৰিম।"

***আত্মকথা আত্মশুদ্ধি ঃ***

"আত্মশুদ্ধিৰ বাট অতি দুৰ্গম ; নিষ্কলঙ্ক সুচীতা পবিত্ৰতা লাভ কৰিবলৈ হলে—চিন্তাত, বাক্যত আৰু কৰ্মত সম্পূৰ্ণৰূপে আসক্তি-শূন্য হব লাগিব। মই জানো, এই তিনিবিধ পবিত্ৰতা লাভ কৰিবলৈ এতিয়াও মই সক্ষম হোৱা নাই। সেই কাৰণেই মোৰ স্তুতি-গীতে মোক সন্তোষ দিব আৰু স্পৰ্দ্ধিত কৰিব নোৱাৰে। বৰঞ্চ মোৰ স্তুতিবাদে মোৰ মনত আঘাত হে দিয়ে। চঞ্চল ৰিপুসমূহক জয় কৰা—অস্ত্ৰবলে পৃথিবীক জয় কৰাতকৈও কঠিন দুঃসাধ্য বুলি মই ভাবোঁ। অন্তৰৰ সুপ্ত আৰু গোপন প্ৰবৃত্তি-

সমূহৰ প্ৰভাৱ মই প্ৰতি মুহূৰ্তেই অনুভব কৰোঁ। এই অভিজ্ঞতাৰ পৰা মোৰ অন্তৰ্নিহিত দীনতাক প্ৰকাশ কৰিছে। তথাপি মোৰ এই অভিজ্ঞতাসমূহে মোক সদায় ৰক্ষাকবচৰ দৰে ৰক্ষা কৰিছে আৰু আনন্দ দিছে। মই ভালদৰে জানো মোৰ সমুখত এতিয়াও অতি দুৰ্গম পথ আছে—যি পথ মই অতিক্ৰম কৰিব লাগিব। আৰু মই এই কথাও ভালদৰে জানো যে এই পথ অতিক্ৰম কৰিবলৈ মই নিজক একেবাৰে বিক্ত কৰি দিব লাগিব।"

## *অহিংসা ঃ*

"অহিংসা অৰ্থে সৰ্ব জীৱে প্ৰেম। সত্যৰ বাহিৰে আন কিবা পৰমেশ্বৰ আছে বুলি মই নাজানো। অন্ততঃ মই ইয়াক অনুভব কৰো। সত্যময় হোৱাৰ কাৰণে অহিংসা এটি অৱলম্বন। মোৰ অহিংসা-ব্ৰতৰ ভিতৰতো ত্ৰুটি আছে। মোৰ অহিংসা ব্ৰত এতিয়াও সম্পূৰ্ণ হোৱা নাই। সহস্ৰ সহস্ৰ সূৰ্য একত্ৰিত কৰিলেও সত্যৰূপী সূৰ্যৰ তেজৰ পৰিমাণ পোৱা নাযায়। মোৰ সত্যৰ দৃষ্টি সেই সূৰ্যৰ এচাটি কিৰণৰ এটি ক্ষুদ্ৰ কণা মাত্ৰ। সেই সত্য সূৰ্যৰ পূৰ্ণ দৰ্শন অহিংসা ভিন্ন পোৱা নাযায়। এতিয়ালৈকে কৰা পৰীক্ষাবিলাকৰ অভিজ্ঞতাৰ পৰা মই এইটো কব পাৰোঁ।

এই ব্যাপক সত্যনাৰায়ণৰ প্ৰত্যক্ষ দৰ্শনৰ কাৰণে জীৱ মাত্ৰৰে প্ৰতি আত্মবৎ প্ৰেমসম্পন্ন হব লাগিব। যি সকলে এই সত্য দৰ্শন পাবলৈ বিচাৰে—সেই সকলে জীৱনৰ সকলো ক্ষেত্ৰতে এই পথ বাচি নোলোৱাকৈ থাকিব নোৱাৰে। সেইবাবেই মোৰ সত্যৰ পূজাই মোক ৰাজনীতি ক্ষেত্ৰলৈ টানি লৈ গৈছে। ধৰ্মৰ লগত ৰাজনীতিৰ কোনো সম্বন্ধ নাই, এই কথা যি সকলে কয় তেওঁ ধৰ্ম কি নাজানে। এই কথা কবলৈ মই সঙ্কোচ নকৰো। মই বিনয়ৰ বাহিৰ বুলিও নাভাবো।

মই জানো, আত্মশুদ্ধি নহলে জীৱ মাত্ৰৰ লগত ঐক্যৰূপী

ঐক্য সাধন হব নোৱাৰে। আত্মশুদ্ধি ব্যতিৰেকে অহিংসা ধৰ্ম পালন অসম্ভৱ। অশুদ্ধ আত্মাই পৰমাত্মাৰ দৰ্শন পাব নোৱাৰে। এই কাৰণেই মানৱৰ জীৱনযাত্ৰাৰ ক্ষেত্ৰত আত্মশুদ্ধিৰ আৱশ্যকতা আছে। এই শুদ্ধি সাধনা অভ্যাসৰ দ্বাৰা লাভ কৰিব পাৰি। নিষ্কলঙ্ক আত্মশুদ্ধি পৱিত্ৰতা লাভ কৰিবলৈ হলে অন্তৰক সম্পূৰ্ণ-ৰূপে আসক্তি শূন্য কৰিব লাগিব।”

ঋষি বাপুজীয়ে তেওঁৰ আশ্ৰমৰ শিক্ষাৰ্থীসকলক কৈছিল— “অহিংসাৰ বাহিৰে সত্যৰ জ্ঞান লাভ কৰিব নোৱাৰি— তোমালোক সকলোৱেই এই কথা জানি থোৱা। অহিংসাৰ লগত ই ওতঃপ্ৰোতভাৱে বিজড়িত, যেনে টকা এটাৰ ইপিঠি আৰু সিপিঠি। যি পিনেই ওলোটোৱা টকা টকাই থাকিব। তথাপি অহিংসা ব্ৰতক সাধন কৰিব লাগিব। সাধন নিজৰ হাতৰ বস্তু; এই কাৰণেই শাস্ত্ৰত কৈছে—‘অহিংসা পৰমো ধৰ্ম’ —সত্যই পৰমেশ্বৰৰ স্বৰূপ। সত্যক যদি সাধ্যমতে সাধন কৰিব পাৰি তেনে সাধ্য এদিন লাভ হবই। এনেদৰে সঙ্কল্প গ্ৰহণ কৰি সাধন বা অভ্যাস কৰিলে—জগতক জয় কৰিব পৰা যায়। আমাৰ কাৰণে যিমানেই সঙ্কট আহক, আমি যিমানেই পৰাজিত নহওঁ লাগিলে অন্তৰত সত্যৰূপ মন্ত্ৰ কৰি থাকিব লাগিব। সত্য আছে, এক সত্যই আছে, সত্যই এক পৰমেশ্বৰ। এই সত্য-স্বৰূপ পৰমেশ্বৰৰ সাক্ষাৎকাৰৰ মাত্ৰ একেটাই পথ, একেটাই সাধন মন্ত্ৰ, সেই মন্ত্ৰই হৈছে অহিংসা। তেওঁক আমি কদাপি এৰিব নোৱাৰো। সেই সত্যস্বৰূপ পৰমেশ্বৰৰ নামত এই প্ৰতিজ্ঞা কৰিছো, তেওঁ আমাক এই সত্যব্ৰত পালন কৰিবলৈ শক্তি দিয়ক।”

কুৰি শতিকাত আমাৰ চকুৰ আগত ভাৰতৰ মহান ঋষিজনৰ কণ্ঠত বাৰে বাৰে এই বাণী ধ্বনিত হৈ উঠিছিল। মানৱ জীৱনৰ একমাত্ৰ লক্ষ্য ভগবান বা পৰমাত্মাৰ দৰ্শন লাভ বা সত্যস্বৰূপ

ভগৱানৰ সাক্ষাৎকাৰ। ভগৱান সত্যস্বৰূপ সৰ্বভূতময় ব্যাপক শক্তিৰ আধাৰ চিত্তৰ শুদ্ধতা সাধন কৰি পবিত্ৰ জীৱন যাপন, সৰ্বজীৱে প্ৰেম, সৰ্বজীৱৰ পূজা,—মানে সৰ্বজীৱৰ কল্যাণ সাধন কৰাই ভগবৎ প্ৰেম। এয়ে একমাত্ৰ ভগৱানৰ আৰাধনাৰ চিৰন্তন পথ। অহিংসা অৰ্থে সৰ্বজীৱে প্ৰেম—আত্মবৎ সৰ্বভূতেষু—সৰ্ব-জীৱে আত্মজ্ঞান, এয়ে ভগবৎ উপলব্ধি। এই উপলব্ধিয়েই সত্য-স্বৰূপ ভগৱানৰ আৰাধনাৰ প্ৰধান অৱলম্বন।

মনত প্ৰশ্ন জাগে, এই সত্য সন্ধানী ঋষি মহাপুৰুষজন হিংসা বিষ কলুষিত ৰাজনীতি ক্ষেত্ৰলৈ আহিল কিয়? উত্তৰ মহাত্মাই নিজে দিছে। উত্তৰ পাওঁ প্ৰত্যেকজন মহাপুৰুষেই গীতোক্ত কৰ্মযোগী। শ্ৰীকৃষ্ণই মহাভাৰত স্থাপন কৰিবৰ অৰ্থে ৰাজনীতিত প্ৰবেশ কৰিছিল, মহাত্মাজীয়ে বন্দিনী ভাৰতবৰ্ষক মুক্ত কৰিবলৈ গীতোক্ত পন্থাৰে ৰাজনীতিৰ পথ বাচি লৈছিল। সত্য প্ৰতিষ্ঠাৰ কাৰণে, দুৰ্নীতি পাপ বিনাশ কৰিবৰ কাৰণে ভগবৎ অংশস্বৰূপে ভাৰতত জন্ম লৈছিল শুদ্ধ ভাৰত সংগঠন কৰিবলৈ।

"পৰিত্ৰাণায় সাধুনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে॥" (গীতা)

তেওঁ আহে, যেতিয়াই পৃথিবীত আসুৰী শক্তিৰ প্ৰাবল্য ঘটে, সু-প্ৰবৃত্তিৰ বিনাশ ঘটে, কু-প্ৰবৃত্তি, হিংসা, দ্বেষ, স্বাৰ্থ, মোহত মানুহৰ বিবেক অন্ধ হৈ মানুহে মানুহক পীড়ন কৰে, নিজৰ স্বাৰ্থত বলিয়া হৈ উঠে, অৰ্থ আৰু ক্ষমতা স্পৃহাত যেতিয়া মানুহ অমানুহত পৰিণত হয়, তেতিয়াই তেওঁ বিশ্বৰ মহাপ্ৰবাহৰ লগত আহি প্ৰকাশ হয় যুগ সংশোধন কৰিবলৈ। এয়া গীতাৰ বাণী। গীতাৰ কৰ্মযোগৰ সাৰমৰ্ম, যেতিয়াই বিশ্ব ধাৰণ শক্তিত শিথিলতা জাগে, যেতিয়াই মানুহে নিজৰ স্বৰূপ পাহৰি পশু শ্ৰেণীলৈ গতি কৰে, তেতিয়াই ভগবৎ-শক্তিয়ে কৰ্ম-শক্তিৰ সহায় হয়, কৰ্মৰূপী অৰ্জুনৰ ৰথৰ সাৰথি হব লগাত পৰে। 'উত্তিষ্ঠতঃ জাগ্ৰত' বুলি ক্লীবৰ

প্ৰাপ্ত অৰ্জুনৰূপী কৰ্মশক্তি জগাই তুলিব লগা হয়। পাঞ্চজন্য ধ্বনিৰে নিৰ্জীৱ ক্ৰিয়াহীন মানব শক্তিৰ সঞ্চাৰ কৰিব লগা হয়। মহাত্মা গীতোক্ত কৰ্মযোগী, সেয়ে মহাত্মাৰ কৰ্মযোগ ৰাজনীতিৰ মাধ্যমেৰে প্ৰকাশ পাইছিল। মহাত্মাই নিজ মুখেৰেই কৈছে—মোৰ মনত গীতা কেৱল বাইবেল-কোৰাণেই নহয়, এই সকলোতকৈ অধিক; গীতা মোৰ মাতৃ। এই পৃথিবীত যিমাতৃয়ে মোক প্ৰসৱ কৰিছিল, তেওঁক মই বহুদিন আগতে হেৰুৱালো। কিন্তু মোৰ এই জীৱনৰ চিৰন্তনী মাতৃ 'গীতা'ই মোৰ লগত থাকি সদায় সেই শূন্য ঠাই পূৰ কৰি আছে। গীতা গুণ ৰসে মোৰ জীৱন পুষ্ট কৰি আছে। শ্ৰীকৃষ্ণই ধৰ্মযুদ্ধ কুৰুক্ষেত্ৰত কৈছিল—

মৎকৰ্মকৃন্মৎ পৰমো মদ্‌ভক্ত সঙ্গবৰ্জিত:
নিৰ্বৈৰ সৰ্বভূতেষু যঃ স মামেতি পাণ্ডবঃ। (গীতা)

হে পাণ্ডব, যি জনে সকলো কৰ্ম মোৰ কৰ্ম বুলি সম্পাদন কৰে, যিজনে মোকেই একমাত্ৰ গতি বুলি ভাবে, যিজনে মোক সদায় ভজন কৰে, যিজন সকলো বিষয়তে আসক্তিশূন্য, যিজনৰ কাৰো প্ৰতি শত্ৰুভাব নাই তেওঁ মোক পায়। মৎকৰ্মকৃন্মৎ—অৰ্থাৎ যি জনে জগতৰ কল্যাণৰ অৰ্থে কৰ্ম কৰে, যিজন সঙ্গত থাকিও সঙ্গবৰ্জিত, অৰ্থাৎ আসক্তিশূন্য, সকলোৰে মাজত সকলো কৰ্মত থাকিও অকলশৰীয়া বা কৰ্ম কৰি ফলৰ আকাঙ্ক্ষাশূন্য। মদপৰম্ বা মদ্‌ভক্ত মানে যিজনে ঈশ্বৰকে একমাত্ৰ আশ্ৰয় কৰি তেওঁৰ প্ৰীতিৰ অৰ্থে প্ৰাৰ্থনা কৰে। নিৰ্বৈৰ—যিজনে সৰ্ব প্ৰাণীৰ প্ৰতি কৰুণাশীল বৈৰভাব বৰ্জিত। কোনো প্ৰাণীক হিংসা অথবা ঘৃণা নকৰে তেওঁৰেই প্ৰকৃত সত্যৰ সাধক। ভগবদ্‌গীতাৰ মহান কৰ্ম-যোগৰ আদৰ্শই ঋষি মহাত্মাৰ জীৱনৰ কৰ্মযোগৰ আদৰ্শ দৰ্শন।

এইজনা মহাপুৰুষে ভাৰতীয় দৰ্শনৰ মহতী আদৰ্শৰে ভাৰতবৰ্ষৰ অধ্যাত্ম-দৰ্শনৰ লগতে ৰাজনীতি সমাজনীতিৰ মহৎ সমন্বয় সাধন কৰি ভাৰতবাসীৰ সমুখত অভিনৱ ধ্ৰুৱপথ ৰচনা কৰি দেখুৱাই

গৈছে। অনাদি কালবেপৰা সেই ধ্ৰুব নীতি একমাত্ৰ এই পুণ্য-ভূমিতেই হে সম্ভৱপৰ হৈছিল। মানৱ জীৱনৰ শ্ৰেষ্ঠ লক্ষ্য-পথ সত্য অৱলম্বন, আৰু সেয়েই একমাত্ৰ মানৱ জীৱনৰ পূৰ্ণ পৰিণতি। পৃথিবীৰ জ্যোতি স্বৰূপ যুগ সংস্থাপনকাৰী মহাপুৰুষ সকলৰ এয়ে একমাত্ৰ মহাপথ। এই শুভ্ৰ শুদ্ধ জ্যোতিপথৰ সাধনা মানৱ জীৱনৰ যি কোনো ক্ষেত্ৰতে প্ৰয়োজন। সত্যৰ সাধকজনে সংসাৰৰ সকলো কৰ্তব্যক্ষেত্ৰৰ কৰ্মতে এই শুদ্ধ পথ ধৰি বিচৰণ কৰিব পাৰে। এই পথ ৰাজনীতি, সমাজনীতি, ধৰ্মনীতি, সকলো জটিলতাৰ বাধা অতিক্ৰম কৰি সত্যৰ বন্তি জ্বলাই এন্ধাৰ বাট পোহৰ কৰি জীৱন-পথত গতি কৰিব পাৰে সত্যৰ সাধকজনে। ভাৰতবৰ্ষৰ আত্মাৰ সাধনা, প্ৰাণৰ সাধনা গীতোক্ত সত্যৰ সাধনা। ভাৰত মাতৃৰ কণ্ঠত অনাহুত পাঞ্চজন্যৰূপে আকাশ-বতাহ প্ৰতিধ্বনিত কৰি ধ্বনিত হৈ আছে প্ৰতিমুহূৰ্তে সত্য-মন্ত্ৰৰ মহাধ্বনি—-যি চিৰশাশ্বত, অপৰাজেয় আৰু অবিনাশী।

# পৰম পৰীক্ষা

*নচিকেতা ঃ*

ওঁ উশনহ্বৈ বাজশ্ৰবসঃ সৰ্ববেদসং দদৌ
তস্য হ নচিকেতা নাম পুত্ৰ আস॥ ১
তস্য হ কুমাৰং সন্তং দক্ষিণাসু নীয়মানাসু
শ্ৰদ্ধাবিশেৱ সোঽমন্যত॥ ২
পীতোদকা জগ্ধতৃণা দুগ্ধদোহা নিৰিন্দ্ৰীয়াঃ
অনন্দ নাম তে লোকাস্তান্ স গচ্ছতি তা দদৎ॥ ৩

( কঠোপনিষদ )

অতীত কালত মহৎ দানী 'বাজশ্ৰবাই' অন্নদান কৰি যশস্যা লাভ কৰিছিল। বাজশ্ৰবাৰ পুত্ৰ উদ্দালকে পিতৃৰ অতীত কীৰ্তি স্মৰণ কৰি বিশ্বজিৎ নামৰ এখন যজ্ঞ কৰিলে। বিশ্বজিৎ যজ্ঞত সৰ্বস্ব দান কৰাৰ বিধি অনুসৰি উদ্দালকে যথাসৰ্বস্ব দান কৰিলে। উদ্দালকৰ আন এটি নাম 'গৌতম'। এওঁৰ 'নচিকেতা' নামৰ এটি পুত্ৰ আছিল। বিশ্বজিৎ-যজ্ঞ সমাধা হোৱাৰ পিচত বিভিন্ন ব্ৰাহ্মণ-সকললৈ যেতিয়া দক্ষিণাসমূহ অনা হৈছিল, সেই সময়ত বালক নচিকেতাৰ মনত শ্ৰদ্ধাৰ উদয় হ'ল। তেওঁ ভাবিলে, যজমানে গাখীৰতী গাই আৰু গাখীৰ নোহোৱা গাইবোৰো দান কৰে, এনে কৰ্মই দুঃখ-লোকলৈহে গতি কৰে বুলি তেওঁ শুনিছে। তেওঁ পিতাকক সৰল চিত্তেৰে সুধিলে, "পিতা! মোক বাৰু আপুনি কাক দান কৰিব?" পিতাক নিৰুত্তৰ। নচিকেতাই পুনৰ সুধিলে "পিতা, আপুনি মোক কাক দান কৰিব?" পিতাকে উত্তৰ নিদিলে।

পুনৰ নচিকেতাই প্ৰশ্ন কৰিলে, “পিতা, আপুনি মোক কাক দান কৰিব?” এইবাৰ পিতাক উদ্দালকে খঙেৰে উত্তৰ দিলে—“তোক যমক দান কৰিম।” পিতাকৰ উত্তৰ শুনি নচিকেতাই বেজাৰ মনেৰে ভাবিবলৈ ধৰিলে—“পিতাৰ বহু শিষ্যৰ মাজত মইতো অধম শিষ্য নহওঁ, বহু ক্ষেত্ৰত মই পৰীক্ষাত প্ৰথম বা দ্বিতীয় স্থান পাই আহিছো। মোৰ দৰে উপযুক্ত পুত্ৰক বিনা দোষত যমৰ ঘৰলৈ পঠিয়াবলৈ পিতা কিয় আগবাঢ়িল? যেই হওক, পিতাই যেতিয়া মোক যমক দিবলৈ ওলাল, সেই পিতৃ-সত্য মই নিশ্চয় পালন কৰিব লাগিব।” নচিকেতাই পিতাকক কলে—“পিতা, আমাৰ পূৰ্বপুৰুষসকলৰ সাধুতা-সত্যনিষ্ঠাৰ বিষয়ে স্মৰণ কৰক। মানুহ শস্যসমূহৰ দৰেই ক্ৰমে জীৰ্ণ হৈ মৰে, পুনৰায় জন্মে। গতিকে আপোনাৰ সত্য ৰক্ষা কৰি মোক যমৰ ঘৰলৈ পঠিয়াওক।” পিতাক উদ্দালকে সত্য প্ৰতিজ্ঞা এৰাব নোৱাৰি পুতেক নচিকেতাক যমৰ ঘৰলৈ পঠিয়ালে।

যমপুৰীত যমৰ ঘৰলৈ গৈ নচিকেতাই তিনিদিন অনাহাৰে অনিদ্ৰাই মৌনতা অবলম্বন কৰি যমক দৰ্শন কৰিবৰ কাৰণে বাট চাই থাকিল। যমপুৰীত তিনিদিন যমৰজা অনুপস্থিত আছিল। তিনিদিনৰ পিচত যমৰাজ নিজ পুৰীলৈ উলটি অহা মাত্ৰেই যমৰ পাৰিষদসকলে আহি যমৰজাক জনালেহি। “ধৰ্মৰাজ! আপোনাৰ ঘৰত এজন ব্ৰাহ্মণ-কুমাৰে অনাহাৰী হৈ বাস কৰিছে। আপুনি জানে! যাৰ ঘৰত ব্ৰাহ্মণে অনাহাৰে বাস কৰে—সেই অল্পবুদ্ধি জনৰ সকলো শুভ কৰ্মফল—যথা প্ৰিয়বাক্য কথনৰ সুফল, সাধু-সঙ্গ, সাধু আচৰণৰ শুভ ফল, সাধু কৰ্মৰ সুফল-ৰূপী যি পুণ্য সঞ্চয়, সকলো অচিৰতে বিনষ্ট হয়।” পাৰিষদৰ কথা শুনি যমৰজা তত্‌তাতৈয়াকৈ অতিথিক শুশ্ৰূষা কৰিবলৈ নিজৰ অতিথিশালালৈ লৰি আহিল। অতিথিক সসম্ভ্ৰমে সম্বোধন কৰি যমৰজাই কবলৈ ধৰিলে—

"হে ব্ৰাহ্মণ। তুমি অতিথি, গতিকে মোৰ নমস্ত। তিনি ৰাতি মোৰ ঘৰত তুমি অনাহাৰে বাস কৰিছা, সেয়া মোৰ মহা অপৰাধ হৈছে। মই তোমাক পুনৰ নমস্কাৰ কৰিছো। মোৰ মঙ্গল সাধন কৰা। তিনি ৰাতি তুমি অনাহাৰী হৈ থকাৰ বাবে মোৰ যি অপৰাধ হৈছে—সেই অপৰাধৰ পৰাচিত স্বৰূপে মই তোমালৈ তিনিটা বৰ আগ বঢ়ালো; এই তিনিটা বৰ গ্ৰহণ কৰি মোক অপৰাধমুক্ত কৰা। শুদ্ধাত্মা বালক ব্ৰাহ্মণ।"

*প্ৰথম বৰ ঃ*

যমৰজাৰ কথা শুনি বালক নচিকেতাই কলে—"হে যমৰাজ, আপুনি দিব খোজা তিনিটি বৰৰ ভিতৰত মই প্ৰথম বৰ প্ৰাৰ্থনা কৰোঁ, মোক যমলৈ দান কৰি পিতাই মোৰ কাৰণে যি দুখ আৰু উৎকণ্ঠা ভোগ কৰিছে সেই দুখ-ক্ৰোধ উৎকণ্ঠাশূন্য হৈ পিতা যেন মোৰ প্ৰতি ক্ৰোধশূন্য আৰু প্ৰসন্ন হয় আৰু আপোনাৰ যমালয়ৰ পৰা মই মুক্তি পোৱাৰ পিচত মোক যেন চিনিব পাৰি সাদৰ সম্ভাষণ জনায়; যিহেতু মৃত্যুৰ পিচত প্ৰেত ব্যক্তি মৰ্ত্যৰ লগত পৰিচয়হীন হয়। মৰ্ত্যবাসীয়ে প্ৰেতলোকৰ পৰা উলটি যোৱা আত্মীয়জনক চিনিব নোৱাৰে।" যমে কলে, "তথাস্তু! অৰুণৰ পুত্ৰ আৰুণিয়ে তোমাৰ প্ৰতি পূৰ্বৰ দৰে স্নেহশীল হব, মৃত্যু-বিমুক্তিৰ পিচত তোমাক পুত্ৰ বুলি চিনিব পাৰি সাদৰ সম্ভাষণ জনাব; ক্ৰোধশূন্য শান্ত চিত্তেৰে সুখেৰে নিদ্ৰা যাব পাৰিব। এইবাৰ দ্বিতীয় বৰ প্ৰাৰ্থনা কৰা নচিকেতা।"

নচিকেতাই কলে, "যমৰাজ; স্বৰ্গলোক অতি সুখকৰ, যি হেতু স্বৰ্গত আপোনাৰ অধিকাৰ নাই। স্বৰ্গবাসীসকলে বাৰ্দ্ধক্য শঙ্কিত নহৈ, ভোক-পিয়াহ ৰহিত হৈ আনন্দ ধামত সুখ-আনন্দ উপভোগ কৰে, পৃথিবীবাসীৰ দৰে ভয়ৰ বশীভূত নহয়। হে যমৰাজ। স্বৰ্গগামীসকল যি অগ্নিবিদ্যাৰ দ্বাৰা (যজ্ঞৰ) সেই

অমৰলোক প্ৰাপ্ত হয়, আপুনি সেই কথা জানে; গতিকে শ্ৰদ্ধাযুক্ত হৈ সেই বিষয়ে মোক উপদেশ দিয়ক—এয়ে মোৰ দ্বিতীয় বৰ আৰু প্ৰাৰ্থনা।"

যমে কলে,—"হে নচিকেতা! মই স্বৰ্গলাভৰ উপায়সমূহ জানো। তোমাক কওঁ শুনা,—অগ্নি বা যজ্ঞই স্বৰ্গ-প্ৰাপ্তিৰ উপায়। আৰু বিদ্বানসকলৰ বুদ্ধি এই বিষয়ত অৱস্থিত।" আদিভূত সৃষ্টবস্তু অগ্নিৰ বা যজ্ঞৰ বিষয়ে সবিস্তৃত বৰ্ণনাৰে সৈতে যমৰজাই নচিকেতাক উপদেশ দিলে। অগ্নি অৰ্থে যজ্ঞ। যজ্ঞ অৰ্থে স্বাৰ্থদান বা ত্যাগপথ। যি কোনো কল্যাণকৰ উদ্দেশ্যেৰে অগ্নিৰূপী ব্ৰহ্মত আহুতি দান কৰাৰ নামেই যজ্ঞ। অগ্নি-সাক্ষী কৰি, অগ্নিত স্বাৰ্থ-মলিন বাসনাসমূহ দান কৰি, অগ্নিহোত্ৰীসকল পৱিত্ৰ হয়। এই যজ্ঞত সকাম, নিষ্কাম দুয়োবিধ আহুতিৰ বিধান আছে। এই অগ্নিহোত্ৰ যজ্ঞকাৰীসকলক অগ্নিহোত্ৰী ব্ৰাহ্মণ বোলে। যিসকলে এই অগ্নিত আহুতি প্ৰদান কৰে, সেইসকল দ্বিজ বা দ্বিজন্মৰ অধিকাৰী। এইসকল অগ্নিহোত্ৰী ব্ৰাহ্মণ বা যজ্ঞৰ গৰাকীসকলৰ বাবে স্বৰ্গদ্বাৰ মুক্ত হৈ থাকে। হে নচিকেতা! তোমাৰ প্ৰতি মই পৰম সন্তুষ্ট হৈ আৰু এটি বৰ দিলো—যি স্বৰ্গপথ প্ৰাপ্তি অগ্নিৰ কথা মই কলো, এতিয়াৰে পৰা মৰ্ত্ত্যলোকত সেই পৱিত্ৰ যজ্ঞ-অগ্নি 'নচিকেতা-অগ্নি' নামে চিৰকাল প্ৰসিদ্ধ হৈ ৰব। তোমাৰ জ্ঞানস্পৃহাত সন্তুষ্ট হৈ মই তোমাক এই শব্দময় 'ৰত্নমালা' দান কৰিলো, বহু সম্পদশালিনী এই মালা গ্ৰহণ কৰি ধন্য হোৱা। আৰু মই কলোঁ, "পিতৃ-মাতৃ আৰু আচাৰ্য্যৰ উপদেশত যি জনে তিনিবাৰ 'নচিকেতা-অগ্নি' চয়ন কৰি যজ্ঞ কৰিব—সেই জনে জন্ম-মৃত্যু অতিক্ৰম কৰি জ্ঞানৰ সহায়েৰে আত্মস্বৰূপ আত্ম-অনুভূতি লাভ কৰিব পাৰিব। তেওঁ মৃত্যুৰ পূৰ্বেই মৃত্যু-জৰী চিঙি আনন্দমনেৰে আনন্দময় বৈৰাজধামলৈ গতি কৰিব পাৰিব। এইবাৰ তুমি তৃতীয় বৰ লোৱা নচিকেতা!"

নচিকেতাই কলে—"যমৰাজ, মৃত্যুৰ পিচত পৰলোকগামী আত্মা কলৈ যায়? আত্মাৰ অস্তিত্বৰ বিষয়ে মানুহৰ মন সন্দেহশীল। কোনোৱে কয় আত্মা আছে, কোনোৱে কয় আত্মা নাই। গতিকে আত্মাৰ অস্তিত্বৰ বিষয়ে মই আপোনাৰ উপদেশ পাবলৈ ইচ্ছা কৰোঁ। এয়ে মোৰ তৃতীয় বৰ প্ৰাৰ্থনা।" যমে কলে—"নচিকেতা! এই বিষয়ত দেৱতাসকলো সংশয়যুক্ত, গতিকে এই সূক্ষ্ম অবিজ্ঞেয় বিষয় এৰি তুমি অন্য বিষয় প্ৰাৰ্থনা কৰা। মোক আৰু এই বিষয়ে উপৰোধ নকৰিবা।"

নচিকেতাই কলে—"হে যমৰাজ! যি বিষয়ত দেৱতাসকলৰো সংশয়, যি বিষয়ত আপুনিও সম্পূৰ্ণ সুবিজ্ঞ নহয় বুলি কৈছে, গতিকে এই বিষয়ে কওঁতা আপোনাৰ বাহিৰে আৰু কোন উৎকৃষ্টজনক মই বিচাৰি পাম? এই বিষয়তকৈ আৰু কোন বিষয় উৎকৃষ্ট হব পাৰে? গতিকে এই বিষয়ে কৈ মোৰ প্ৰাৰ্থনা আপুনি পূৰ্ণ কৰক।" যমে কলে—"নচিকেতা! এই বিষয়ৰ বাহিৰে তুমি শতায়ুবৰ্ষ, পুত্ৰ-পৌত্ৰ, বহু ধন, বিশাল ৰাজ্য, অজস্ৰ সম্পদ, সুখ-সম্ভোগ, পৃথিবীত যি দুৰ্লভ কাম্য বস্তু, সুখদায়িনী সুন্দৰী অপ্সৰা, পূৰ্ণ স্বাস্থ্য, সকলো তোমাক মই দান কৰিছো, মাত্ৰ তুমি এই প্ৰাৰ্থনাৰ পৰা বিৰত হোৱা। আৰু মোক উপৰোধ নকৰিবা।" নচিকেতাই কলে—"যমৰাজ! আপোনাৰ অস্থায়ী ভোগ্যবস্তুৰ বৰ্ণনা—যিবোৰ কালিলৈকে থাকেনে নাথাকে সন্দেহ, যি ভোগ্যবস্তুৱে ইন্দ্ৰিয় শক্তিক ক্ষয়হে কৰে—জীৱনেই ক্ষণস্থায়ী, গতিকে আপোনাৰ ভোগ্য-বস্তু আপোনাতেই থাকক, মোৰ প্ৰয়োজন নাই। মই যেতিয়া আপোনাক দৰ্শন কৰিলো, এনেয়ো মোৰ বিত্ত আৰু আয়ুৰ বিষয়ে ভাবিবৰ প্ৰয়োজন নাই। গতিকে এই অসাৰ বস্তুৰ প্ৰলোভন দেখুৱাই মোক প্ৰতাৰণা নকৰিব। মই যি আত্মাৰ বিষয়ে প্ৰশ্ন কৰিছো, আত্মা আছেনে নাই—এই বিষয়ে আপুনি সবিস্তাৰে বৰ্ণনা কৰি মোৰ তৃতীয় বৰ পূৰ্ণ কৰক।"

নচিকেতাই এই দুৰ্বিজ্ঞেয় বস্তুকেই প্ৰাৰ্থনা কৰিছে। আপুনি মোৰ মনস্কামনা পূৰ্ণ কৰক, মোক আন একো নালাগে।”

## দ্বিতীয় অধ্যায়

অন্যচ্ছ্রেয়োঽন্য দূতৈব প্ৰেয়-
স্তে উভে নানাৰ্থে পুৰুষং সিনীতঃ।
তয়োঃ শ্ৰেয়ঃ আদদানস্য সাধু ভৱতি
হীয়তেৰ্থাদ যউ শ্ৰেয়ো বিনৃতে॥ ১

( বৃহদাৰণ্যক উপনিষদ )

নচিকেতাক নানা প্ৰলোভনেৰে প্ৰলোভিত কৰি যমৰাজে পৰীক্ষা কৰি সন্তুষ্ট হৈ কৰলৈ ধৰিলে—“শুনা নচিকেতা! তুমি ধীৰ, তোমাক পাৰ্থিব প্ৰিয়বস্তুৰ লোভ দেখুৱাই মই বিচলিত কৰিব নোৱাৰিলো। তোমাৰ বিদ্যাভিলাষী মনৰ পৰিচয় পাই মই সন্তুষ্ট হলোঁ। তুমি আজি পৰম পৰীক্ষাত উত্তীৰ্ণ হৈছা। তোমাৰ দৰে শিষ্য যেন মোৰ কাষলৈ সদায় আহে। এয়ে মোৰ বাঞ্ছা।

অজ্ঞানীলোকে অবিদ্যা-প্ৰভাৱত নিজকে শাস্ত্ৰ-কুশলী বুলি অভিমান কৰে। সেই মূঢ়সকলে কণাই কণাক বাট দেখুওৱাৰ দৰে কুটীল গতিৰে দক্ষিণা-মাৰ্গত ভ্ৰমণ কৰে। শ্ৰেয়ঃ আৰু প্ৰেয়ঃ দুটি ভিন্ন মাৰ্গ, যি সকলে প্ৰেয়ঃ মাৰ্গ এৰি শ্ৰেয়ঃ মাৰ্গ লয় সেই-সকলৰে মঙ্গল হয়। যি জনে ধন-জন-শৰীৰক শ্ৰেয়ঃ বুলি গ্ৰহণ কৰে—সেইজনে শ্ৰেয়ঃ মাৰ্গৰ পৰা বিচ্যুত হয়। সংসাৰ-আসক্ত চিত্ত-ধন-জন মোহাচ্ছন্নজনৰ মনত পৰলোক সম্বন্ধীয় জ্ঞান প্ৰতিভাত নহয়। এই অজ্ঞানীজনেই মৃত্যুৰ ( মোৰ ) অধীন হয়। যিহেতু আত্মা সম্বন্ধে মানুহ অজ্ঞ, আত্মা সম্বন্ধে মানুহে শুনিও ধাৰণা কৰিব নোৱাৰে। যি সদবুদ্ধি তৰ্কৰ দ্বাৰাই পোৱা নাযায় সেই সদ্‌বুদ্ধি পৰমাত্মা বিষয়ক তোমাৰ যি ধাৰণা হৈছে সেইবাবে তুমি প্ৰশংসনীয়।

মই জানো, কৰ্ম্মফলৰ ৰূপ অনিত্য, অনিত্য বস্তুৰপৰা সত্য বা ধ্ৰুৱক পোৱা নাযায়। তোমাৰ প্ৰশ্নৰ 'আত্মা' দেহীৰ দুৰ্জ্ঞেয়-ৰূপে থকা হৃদয় গুহাত প্ৰতিষ্ঠিত। অনৰ্থ-বহুল অস্থায়ী দেহত প্ৰবিষ্ট হৈ থকা সনাতন আত্মাক ধীৰ ব্যক্তিয়ে অধ্যাত্ম যোগৰ সহায়েৰে সাক্ষাৎ কৰি সুখ-দুখৰপৰা মুক্ত হয়। মানুহে আত্মতত্ত্ব শুনি (ময়েই আত্মা), এই ভাব গ্ৰহণ কৰি অস্থায়ী দেহৰ পৰা যোগ, ধ্যানৰ সহায় লৈ, আত্মাক পৃথক কৰি, হৃদয়স্থিত সূক্ষ্মতম আত্মাক সাক্ষাৎ কৰি আনন্দ-সাগৰত মগ্ন হয়। বেদসমূহে এক বাক্যে যাক ঈপ্সিত বস্তু বুলি কৈছে, অখিল তপস্যাৰ কৰ্মই যাক পোৱাত সহায় কৰে, যি কামনাৰে লোকে ব্ৰহ্মচৰ্য্য ৰূপ তপস্যা পালন কৰে, সেই প্ৰাপ্য বস্তুৰ শব্দ 'ওঙ্কাৰ' বাচ্য। ওঙ্কাৰেই পৰমব্ৰহ্ম অপৰব্ৰহ্মৰ প্ৰতীক। যি জনে পৰমব্ৰহ্মৰ উপাসনা কৰে, সেইজনেই পৰমব্ৰহ্মৰূপ আত্মা প্ৰাপ্ত হয়। সাধক ব্ৰহ্মলোকত মহীয়ান হৈ উঠে। ব্ৰহ্ম জন্ম-মৃত্যুহীন, অবিনাশী, নিত্য, শাশ্বত, পুৰাণ—এয়ে আত্মাৰ স্বৰূপ। সূক্ষ্মাতিসূক্ষ্ম, বিশালতকৈ বিশাল অবিনাশী আত্মা প্ৰত্যেক জীৱৰ হৃদয়-গুহাত অৱস্থিত। বিভিন্ন দেহত অশৰীৰীৰূপে, অনিত্য বস্তুত নিত্যৰূপে বিৰাজমান। সৰ্বব্যাপী আত্মাক বিশুদ্ধ অন্তঃকৰণৰ নিষ্কাম ধীমান ব্যক্তিয়ে দৰ্শন কৰি শোকহীন হয়। বহু শাস্ত্ৰ অধ্যয়ন, বেদ-বেদান্তৰ সহায়ত এই আত্মাক অনুভৱ কৰিব নোৱাৰি। যি জনৰ প্ৰতি আত্মাৰ অনুগ্ৰহ হয়, তেওঁৰ আগত আত্মাই নিজ-ৰূপ প্ৰকাশ কৰে। যি জন পাপৰপৰা নিবৃত্ত নহয়, ইন্দ্ৰিয়-লোলুপতাৰ বশৱৰ্ত্তী, একাগ্ৰতা-শূন্য, উৎকণ্ঠাত অস্থিৰচিত্ত, সেইজনে প্ৰজ্ঞাৰ সহায়েৰেও আত্মাৰ দৰ্শন নাপায়। আত্মাৰ প্ৰভাৱতেই জগতৰ যাৱতীয় বস্তু দীপ্তিমান। হে গৌতম, নিৰ্মল পানীৰ লগত নিৰ্মল পানী যেনেকৈ মিলি যায়, স্থিৰ মননশীল একাত্মদৰ্শী জনো সেইদৰেই আত্মাৰ লগত মিলিত হয়।

হে নচিকেতা! জীৱাত্মাক ৰথস্বামী আৰু শৰীৰক ৰথ বুলি জানিবা। বুদ্ধিক ৰথ-চালক, মনক লেকাম বুলি ভাবিবা। শৰীৰ, ইন্দ্ৰিয় আৰু মন সংযুক্ত জীৱাত্মায়েই ভোগকৰ্ত্তা। অসমাহিত মনৰ লগত বুদ্ধিযুক্ত হৈ থকাই বিবেকহীন মানৱৰ ইন্দ্ৰিয়বোৰ দুষ্ট ঘোঁৰাৰ দৰে দুৰ্দমনীয় হৈ পৰে।

হে গৌতম! অল্পবুদ্ধি মানুহে বাহিৰা ভোগ-বিষয়ত সমাহিত হয়, ফলত অবিদ্যা কৰ্মাদিত আৱদ্ধ হৈ পৰে। এই কাৰণে বিবেকীসকলে অনিত্য বস্তুৰ মাজত কূটস্থিত নিত্য স্বৰূপক অৱগত হৈ এই জগতৰ একোকে কামনা নকৰে। এই জ্ঞান স্বৰূপ মিলন সুখ অৱগত হয়। এই আত্মাৰ ওচৰত কোনো অবিজ্ঞেয় বা অপ্ৰাপ্য বস্তু কি থাকিব পাৰে? নচিকেতা, এয়ে তোমাৰ জিজ্ঞাসিত আত্মা। যি আত্মাৰ দ্বাৰাই লোকে স্বপ্ন জাগ্ৰত উভয় অৱস্থাৰ অন্তৰ্ভুক্ত দৃশ্য-বস্তুসমূহ দৰ্শন কৰে, সেই মহান বিভু-আত্মাক সাক্ষাৎ কৰি ধীৰ ব্যক্তি শোকাতীত হয়।

মনৰ সংযোগৰ সহায়েৰে এই ব্ৰহ্ম-উপলব্ধি হয়। এই ব্ৰহ্মত অনুমাত্ৰ ভেদ নাই। ধোঁৱাহীন জ্যোতি স্বৰূপ অঙ্গুষ্ঠ প্ৰমাণ অন্তৰাত্মা ত্ৰিলোকৰ নিয়ন্তা। হে গৌতম! নিৰ্মল পানীৰ লগত নিৰ্মল পানী মিলি যেনেকৈ একাকাৰ হয়, স্থিৰ মননশীল একাত্মদৰ্শী জনে আত্মাৰ লগত সেইদৰেই একত্ব প্ৰাপ্ত হয়। এই আত্মা দ্যুলোকত সূৰ্য্যৰূপে, অন্তৰীক্ষত বায়ুৰূপে বিচৰণ কৰে। তেওঁৰেই অগ্নি স্বৰূপো। এই আত্মা সৰ্ব্বব্যাপী।

যিজনে প্ৰাণবায়ুক নিয়মিত সঞ্চালিত কৰি, অপান বায়ুক অধো নিক্ষেপ কৰি, হৃদয়স্থিত আত্মাত ইন্দ্ৰিয়সমূহ উপহাৰ দি, সমাহিত সমাধিত অৱস্থান কৰিবলৈ সমৰ্থ হয় তেৱেঁইহে মাথোন আত্মাক দৰ্শন কৰিব পাৰে। এই আত্মাৰ প্ৰকাশতে সকলো বস্তু দীপ্তিমান। এই আত্মাৰ দীপ্তিতে এই বিশ্ব-ব্ৰহ্মাণ্ডৰ বিবিধ ৰূপ প্ৰকাশ পায়। যিসকলে এই ব্ৰহ্মক জানে, সেইসকল

অমৰ হয়। দেহত্যাগৰ আগতে যিজনে ব্ৰহ্মজ্ঞান লাভ কৰে সেইজনে আৰু জন্মগ্ৰহণ নকৰে।

**আত্মদৰ্শন:** আয়নাত নিজৰ মুখ দেখাৰ দৰে বুদ্ধিস্থিত সমাধি যোগবিশিষ্ট সাধকজনে সেইদৰেই সুস্পষ্টৰূপে আত্মাক দৰ্শন কৰে। যি অৱস্থাত পঞ্চেন্দ্ৰিয় জ্ঞানেন্দ্ৰিয় স্তব্ধ হৈ কৰ্মৰহিত হয়, সেই নিশ্চল ধ্যানৰ সহায়েৰে সমাধি লাভ কৰি জ্ঞানীসকলে উত্তম গতি লাভ কৰি থাকে।

**সমাধি:** বাহ্যেন্দ্ৰিয় আৰু অন্তৰেন্দ্ৰিয়বোৰক অচলভাবে ধাৰণ কৰা যি অৱস্থা, সেই অৱস্থাক যোগীসকলে 'যোগ' বোলে। অন্তৰাত্মা পুৰুষ সকলোৰেই হৃদয়ত অৱস্থিত। যোগীসকলে ছুৰৰি বনৰ শিহদালি ভিন্ন কৰাৰ দৰে, ধৈৰ্য্য সহকাৰে ভোগদেহৰ পৰা সাবধানে সমাধি যোগেৰে আত্মাক পৃথক কৰি লৈ সমাধিপ্ৰাপ্ত শুদ্ধ অমৃত স্বৰূপ ব্ৰহ্মৰূপে অৱস্থান কৰে। এয়ে আত্ম-দৰ্শনৰ পৰমপন্থা।

হে নচিকেতা! তুমি পৰম শুদ্ধ, ধীৰ, সংযমী, আত্মদৰ্শনৰ অধিকাৰী। এই ব্ৰহ্মবিদ্যা তোমাক আজি ধৰ্মৰাজ যমে দান কৰিলে। এই ব্ৰহ্মবিদ্যাৰ মহাযোগাগ্নি নচিকেতা-অগ্নিৰূপে যোগ পন্থাৰ পথ-প্ৰদৰ্শক হওক॥"

# কাব্য মানস

## ( মোৰ কবিতা কেইটামানৰ ভাবাৰ্থ )

মানবজীবনৰ কল্যাণপথৰ সন্ধান কাব্য মানসেই দিব পাৰে। জীৱনৰ পৰম আকাঙ্ক্ষাই শান্তি। জীৱনৰ পৰম দৰ্শন আৰু সুকুমাৰ কলা-কাব্যৰ মাজত কোনো পাৰ্থক্য নাই। অসীম বিশ্বৰ কৰ্ম-প্ৰবাহৰ অন্তৰালত অবস্থিত এটি অদৃশ্য অজান মহতী শক্তিৰ ওচৰত মানুহৰ ক্ষুদ্ৰতম অহমিকা পৰাজিত। আমাৰ চকুৰ আগৰ প্ৰতীয়মান জগতৰ যিবোৰ কৰ্ম-প্ৰবাহ সেই সকলো কৰ্ম-প্ৰবাহ নিয়ন্ত্ৰিত অদৃশ্য শক্তিৰ প্ৰভাৱত, যি শক্তিক মনীষীসকলে বিশ্বশক্তি বা বিশ্বগতি বুলি উল্লেখ কৰে। সীমিত মানব-সত্তা নিয়ন্ত্ৰিত হয় বিশ্বশক্তিৰ প্ৰভাৱত। এই শক্তিৰ প্ৰভাৱতে মন বিকশিত হয়, ৰূপায়িত হয়, অভিনৱ ৰূপেৰে।

বিশ্ব-প্ৰবাহ বা তৰঙ্গস্ৰোত অনিৰুদ্ধ গতিৰে বৈ আছে। তৰঙ্গৰ পৰশ লাগি মানুহৰ মন শতেক ক্ৰিয়াত ক্ৰিয়ামগ্ন হয়, হৃদয় তৰঙ্গায়িত হৈ সৃজনৰ অনুভূতিত অভিভূত হৈ পৰে। সৃষ্টিশীল মনত প্ৰকৃতিৰ বীণাৰ সুৰ জাগে, চিন্তাধাৰাত কল্পনাৰ ৰং লাগে। সুৰশিল্পীৰ কণ্ঠত অনন্ত সুৰ-প্ৰবাহৰ কঁপনি লাগে। আবহমান সুৰ-লহৰীয়ে কবিৰ হিয়াত তোলে বিবিধ সুৰৰ মূৰ্চ্ছনা। প্ৰাণত জগাই আবেগৰ প্ৰেৰণা কবিয়ে কবিতা লিখে। মনত কণ্ঠত সুৰৰ গুঞ্জন অনুভৱ কৰে। সুকুমাৰ কলা-জগতৰ প্ৰকৃতি-প্ৰবাহৰ পৰা কোনো শিল্পী-মনে নিষ্কৃতি পাব নোৱাৰে। প্ৰকৃতিৰ এয়া স্বাভাৱিক প্ৰভাৱে সৃজন মানসৰ সুষুপ্ত দিক্‌টিক সদায় প্ৰেৰণা যোগায়। সংসাৰ-সংঘাতত জুৰুলা হৈ পৰা মনে সত্য আৰু শান্তি বিচাৰি ফুৰোঁতে অচিনাকি ভাবৰাশিয়ে অন্তৰ পৰশ কৰি,

বিয়াকুল কৰি তোলা মন-মানসৰ সত্তাই সত্য উদঘাটন কৰি অৰ্থপ্ৰকাশ কৰিবলৈ বিচাৰে। অন্তৰৰ অপূৰ্ণতা নিঃস্ব বিক্তুতা ধৰা পৰে চিন্তাশৈলীৰ অন্তৰালত। প্ৰকৃতিৰ আবহমান সুৰৰ সোঁতৰ অজ্ঞাত আহ্বানে মন-মানসক ক্ৰিয়াশীল কৰি তোলে; মনক যেন উৰ্দ্ধ জগতলৈ বাট দেখুৱায়। মন উৰা মাৰে দূৰ-দিগন্তৰ সীমাৰেখা বিচাৰি। সীমিত সত্তাত আবদ্ধ মুক্ত-মনে শান্তি নাপায়। অনন্ত অসীমৰ মহান ভূমাৰ সান্নিধ্যই যেন বাৰে বাৰে আহ্বান কৰে, মনত সংঘৰ্ষৰ দ্বন্দ্ব জাগে। দ্বন্দ্বৰ মাজত কল্পনাই ৰূপ লয়। নগণ্য এই অভিব্যক্তিয়ে বিপুল অনুভূতিৰ শতাংশৰ একাংশৰো আত্মপ্ৰকাশৰ অক্ষমতাৰ বেদনাত নিষ্পেষিত হৈ পৰে। মনে কান্দে, প্ৰাণে কান্দে, সীমিত গণ্ডীত আবদ্ধ আত্মাই কান্দে, অন্তৰ গুহাৰ সৌন্দৰ্য্য-শিল্পীয়ে কান্দে—কোন স্বপ্নৰাজ্যৰ পাৰে পাৰে ব্যাকুল মানসে ধাবিত হৈ কান্দে, অতৃপ্ত পৰম তৃষ্ণাত। জীৱনে শান্তিপথ বিচাৰি নাপায়।

শৈশৱৰেপৰা অনুভৱ কৰি অহা মন-মানসৰ সুৰে সুৰে অপূৰ্ণ প্ৰকাশৰ, মৌন বেদনাৰ অপ্ৰকাশৰ, পীড়িত জীৱনৰ নিত্য প্ৰত্যক্ষ শৈশৱ-যৌৱনৰ আনন্দ প্ৰাচুৰ্য্যৰ মাজতো বেদনাৰ উৎপীড়নৰ নিষ্কৃতি নাই। কিহৰ এই বেদনা? প্ৰশ্ন জাগে—কিয় এই অদ্ভুত আলোড়ন মনৰ মাজত? কিহৰ এই অসম্পূৰ্ণতা? কি লাগে এই চিৰ বুভুক্ষু ক্ষুধিত আত্মাক? কাব্য সাৰটি লৈ মনৰ মাজত চিন্তাৰ কঁপনিয়ে বয়সৰ দেওনা জোখা নাছিল। নীৰৱ নিজান বিচাৰি মনৰ মাজত উঠা অস্ফুট কান্দোনৰ ধ্বনি কাণ পাতি শুনা এটা অভ্যাসত পৰিণত হৈ পৰিল। নিৰ্বাক মনে যেন মুকলি প্ৰকৃতিৰ মাজত উশাহ পায়। পুবাৰ শীতল বতাহে বনৰ চৰাইৰ কিৰীলিয়ে মনৰ মাজত সুৰ জগায়। দুপৰৰ চোকা ৰ'দত ভাগকৰা পৃথিৱীয়ে জিৰণি লয়, মনে মুক্তি নাপায়। নিশা এন্ধাৰত নিথৰ পৃথিৱী শুই পৰে, মনে মুক্তি নাপায়, মন-মানসৰ চেতনা তীব্ৰতৰ হৈ উঠে।

অন্তৰৰ গোপন বিননিৰ লগত যেন এটি অজ্ঞাত সংযোগত সুৰ মিলায়। প্ৰকৃতিৰ আৰু মানসৰ সংযোজনাত জীৱনৰ শুভ মুহূৰ্ত্ত-বোৰে সঙ্কেত জনায়। কাব্য-মানসৰ অনুভূতিবোৰ তীব্ৰতৰ হৈ পৰে—এনেবোৰ অনুভূতিৰ পৰশত কোনো কোনো শুভ মুহূৰ্ত্তত মন অভিভূত হৈ, আচ্ছন্নময় স্বপ্নাতীত অৱস্থা আনে। চকুৰ আগত জিলিকি উঠে সৃষ্টিৰ ৰূপ-তৰঙ্গ, মনে বিচাৰে মানস জগতত অজান তৃপ্তিৰ অননুভূত সন্ধান। এনেবোৰ মহেন্দ্ৰ মুহূৰ্ত্ততেই পৰিসমাপ্তি ঘটে অন্তৰ জগতৰ বিৰামহীন ক্ৰন্দন। বাস্তৱ সত্তাৰ অৱলুপ্তি ঘটে। কবিয়ে ধ্যানীয়ে অনুভৱ কৰে এই অনুভূতি প্ৰাণ অজ্ঞাত সুৰলোকৰ শব্দবাহী বেতাৰ যন্ত্ৰৰূপে প্ৰতীয়মান হয়। এনেবোৰ অমৃত মুহূৰ্ত্তৰ ক্ষুদ্ৰতম প্ৰকাশ তপস্যাশিখা। তপস্যা? এই যে অমৃতবৰ্ষিণী তপস্যাশিখা, এই তপস্যাশিখাক মানুহে নিবিচাৰে, তপস্যাশিখাই ব্যাকুল হৈ বিচাৰে ফুৰে।

## *তপস্যাশিখা কবিতা : পৰশমণি*

যোগীৰ ধ্যানীৰ কবিৰ প্ৰাণ সংস্পৰ্শৰ নিবিড় গভীৰ নিবিষ্টতম্ চিত্তৰ সংযোগ। মানবহৃদয়ৰ দুৱাৰে দুৱাৰে ঘূৰি ফুৰে প্ৰৱেশৰ পথ বিচাৰি। মানৱৰ সৃজনধৰ্ম্মী শক্তিশালী সৌন্দৰ্য্যৰ মণি-কূটত স্থিতি ললেহে তপস্যাশিখাই নিজৰূপ বিকাশৰ সুবিধা পায়। প্ৰবুদ্ধ মানসৰ বেদনা-তৃষাত, দৃঢ়সঙ্কল্প কৰ্ম-সচেতনাৰ মাজেৰে, কবি-মানসক অৱলম্বন কৰি, তপস্যাশিখাই আত্মপ্ৰকাশ কৰিবলৈ বিচাৰে। কবি-মানসত প্ৰশ্ন জাগে, তপস্যাশিখাই কিহৰ প্ৰকাশ বিচাৰে? সূৰ্য্যৰ তীব্ৰ জ্যোতি? বজ্ৰ-বিদ্যুতৰ তড়িৎ-শক্তি, পূৰ্ণিমাজোনৰ জোনাবালীৰ স্নিগ্ধ মধুৰতা? পবিত্ৰ পুষ্পৰ সুন্দৰ শুভ্ৰতা? তৰালী আকাশৰ অযুত দীপাৱলীৰ সৌন্দৰ্য্য বিচাৰি তপস্যাশিখাই কিহৰ প্ৰকাশ বিচাৰি ফুৰে? ৰহস্যময় বিশ্বৰ মাজত কবি-মানস, ধ্যানী-মানস, যোগী-মানস আশ্ৰয়

নকৰিলে, বাহকৰূপে নললে তপস্যাশক্তিৰ বিকাশৰ থল ক'ত? কবি, ধ্যানী, যোগীৰ চিত্তৰূপত প্ৰতিষ্ঠিত হৈ প্ৰকাশৰ দিব্য জ্যোতি জ্বলাই লৈ 'তপস্যাশিখা'ই অন্তৰ্জগৎ উদ্ভাসিত কৰি তুলি নিজক প্ৰকাশ কৰে। জড়তনুৰ লগত তপস্যাশিখাই সমন্ধ নাৰাখে জড়তনু অৱহেলা কৰি দেহক তাচ্ছিল্য কৰি অন্তৰ সত্তাত কবি, ধ্যানী, যোগী সত্তাত নিজৰ আশ্ৰয়স্থল গঢ়ি লোৱাই তপস্যা-শিখাৰ ধৰ্ম ; সেয়েহে কবি, ধ্যানী, যোগীৰ অন্তঃসত্তাক তপস্যাশিখাই সাৱটি ধৰিছে। এই যে সাৱটি ধৰা, এই যে অন্তঃসত্তাৰ লগত চিৰ সংযোগ, এই সংযোগ যেন শত শত জন্মৰ শত শত কৰ্মৰ পাৰে পাৰে আঁৰে আঁৰে জড়িত হৈ, সমাহিত প্ৰাণৰ কল্যাণময় সংকল্প ৰূপ লৈ, প্ৰবুদ্ধ প্ৰজ্ঞা উদ্ভাসিত নৱজন্মধাৰী নৱদেহীৰ দিব্যজীৱন পোহৰাই সাধনা-সঙ্গিনী তপস্যাশিখা জ্বলি আছে ; জ্বলি থাকিব অনিৰ্বাণৰূপে জ্যোতিস্বৰূপা তপস্যাশিখা।

"ৰূপহীন বিনাশী মৃত্যুক—সমুজ্জ্বল অপৰূপ দানি
মৰ্মৰ মাজত শুনো তোমাৰেই চৰণৰ ধ্বনি—
তুমি বিচাৰিছা মোৰ ভাৱনাৰ বেদনা তৃষাত—
কৰমৰ সঙ্কল্পত মোৰ প্ৰাণ চিত্ত জগতত সবিতাৰ
জ্যোতিশিখা?
বজ্ৰ-বিদ্যুতৰ শক্তিলীলা? চন্দ্ৰমাৰ মাধুৰিমা?
কুসুমৰ শুভ্ৰতা সুন্দৰ?
মহাৰহস্যৰ চিৰ সঙ্গীহীন যাত্ৰাপথ ধৰি—
তোমাৰ প্ৰদীপ্ত প্ৰকাশৰ
বাহন কৰিছা মোক—যুগে যুগে চিৰ সহচৰী।
শত জনমৰ মোৰ শত কৰমৰ আঁৰে আঁৰে—কল্যাণ সঙ্কল্পৰূপ
মহাজীৱনৰ পাৰে পাৰে জ্বলিৰ জ্বলিছা তুমি জড়তনু অৱহেলি
দিব্য তনু কৰি প্ৰকাশিত—হে সাধনা, হে তপস্যাশিখা।"

( পৰশমণি )

মানুহ ধ্বনিক যন্ত্রস্বৰূপ। কবি-মানস পাৰিপাৰ্শ্বিকতাৰ প্ৰভাব-মুক্ত হব নোৱাৰে। পাৰিপাৰ্শ্বিকতাই সৃজনী মনৰ মাজত বিবিধ ভাবৰ প্ৰভাব পেলায়। সৃজনী মন পাৰিপাৰ্শ্বিক পৰিস্থিতিৰ দ্বাৰা প্ৰভাবিত হলেও, সেই প্ৰভাব ক্ষন্তেকীয়া, স্থায়ী নহয়। অন্তঃসুৰত বজা সৃজনী মনৰ মূল সুৰৰ প্ৰবাহে কবিৰ মনত যুগমীয়া সুৰৰ ধ্বনি তুলি থাকে, এই চিৰন্তন ধ্বনিৰ মাজতে পায় শান্তি অন্বেষী মনে পৰমা শান্তিৰ পৰশমণি। কবিৰ মনৰ যুগমীয়া ধ্বনিয়ে পৰশমণিৰ সন্ধান দিয়ে। মনৰ সমাধি ঘটাই মানস সত্তাই পায় পৰমতৃষ্ণাৰ চৰম সমাপ্তি।

**সন্ধিয়াৰ সুৰ ঃ** সেই দিনা সংঘাতময় জীৱনৰ মাজত যি দ্বন্দ্ব যি সংঘৰ্ষৰ সৃষ্টি হৈছিল, জীৱনজোৰা বেদনাৰ নিপীড়নে হিয়াৰ মাজত যি কৰুণ সুৰৰ কঁপনি তুলিছিল, সেই কঁপনিয়ে নীৰস হিয়াত 'সন্ধিয়াৰ সুৰ'ৰ উদাস ৰাগিনী জগাই তুলিছিল। দুখ, বিচ্ছেদ, যাতনাৰ অনুভূতিবোৰে মানব-মনক সচেতন কৰি তোলে। হিয়াত লুকাই থকা অনুভূতিবোৰে পাহে পাহে পাহি মেলে। জীৱন নিৰীক্ষাৰ সুযোগ আহে সংঘাতময় বেদনাৰ মাজেদি, শান্তি বিচাৰি হাবাথুৰি খোৱা মনে হিয়া নিজৰি ওলোৱা গীতৰ সুৰেৰে ওপচাই দিবলৈ বিচাৰে জীৱনৰ পাৰাপাৰ। শান্তি-পিয়াসী মনে অজ্ঞাত শান্তিপথৰ সন্ধানত ব্যাকুল হৈ পৰিছিল। পৰম পথ, শান্তিৰ পথ বিচাৰি আগবাঢ়ি যোৱা—জীৱন-প্ৰভাতত পুষ্প-অৰ্ঘ্য সজাই চিৰসুন্দৰলৈ নিবেদন কৰি গোৱা গীতবোৰেই, সুৰৰ অনুভূতিৰে অনুৰঞ্জিত হৈ ধৰা দিলে শত সহস্ৰ দুখ-বেদনাৰ আঘাতৰ নিষ্পেষিত জীৱন-যাত্ৰাত, শান্ত সন্ধিয়াৰ উদাস ৰাগিণী সন্ধিয়াৰ সুৰে -সুৰে। শিৰত বৰষিছিল চিৰসুন্দৰৰ কৰুণাৰ নিৰ্মালী 'অনাহুত' আশীৰ্বাদ—

অনাহুত :

তোমাক বিচৰা নাই সুৰদি পুৱাৰ জীৱনৰ সুধাময় পবিত্ৰ খেনত
উষাৰ নিয়ৰে ধোৱা—মালতি শেৱালি তুলি
দিয়া নাই প্ৰীতি ভকতিৰ পুষ্পাঞ্জলি।
অৰুণ বহণ সনা পূত অৰ্ঘ্য লৈ—তোমালৈ বাট চোৱা
নাছিলো সমূলি
তুমি হলে অমৃত হাতেৰে—সিঁচিছিলা শিৰত নিৰ্মালী।
( সন্ধিয়াৰ সুৰ )

জীৱন প্ৰভাতৰ পুষ্প অৰ্ঘ্য সজায় চিৰজীৱনৰ সখা—

পৰম সুন্দৰৰ চৰণত নিৱেদন নকৰাৰ বেদনাভৰা প্ৰাণৰ সুৰ, তথাপি চিৰকৰুণাময়ৰ কৰুণাৰ ধাৰ বৈছিল শতধাৰে নিজৰি নিজৰি। নিঃস্ব নিঃসম্বল শূন্যচিত্তে সন্ধিয়াৰ স্নিগ্ধ লগ্নত সৰ্ব দুঃখহাৰীলৈ আকুল আহ্বান। হিয়া বিদাৰি স্মৰণলৈ আহে চিৰ-বাঞ্ছিতৰ পৰম স্পৰ্শৰ কাৰণে কৰুণ হাঁহাকাৰ। শূন্য মনে বিচাৰে চিৰ শান্তিময় চৰণৰ কৰুণাৰ কণা।—

সঁচানে? আশঙ্কা জাগে অনুভৱনীয় সত্য সুন্দৰৰ অভিনৱ কৰ্ম-কৌশলৰ ওপৰত। মনে প্ৰশ্ন কৰে সঁচানে? মনে বিচাৰি ফুৰা সত্যৰ অন্বেষণত সৰ্বনিয়ন্তাৰ ব্যৱস্থাবোৰ সঁচানে? পৰম চেতনাই মনক আবৃত কৰি সকলো কৰ্মত চৈতন্য-পৰশ অনুভৱ কৰিলেও অতৃপ্ত মনে তৃপ্তি নেপায়, পতিয়ন নেযায়, সেয়েহে শঙ্কাকুল কবি-মনত প্ৰশ্ন জাগে—সঁচানে? সঁচানে?

পৰম তৃষা : পৰমতৃষাৰ অন্ত নাই। মানৱ জীৱনত তৃষ্ণাৰ সমাপ্তি নাই—অনন্ত অবিনশ্বৰ এই মানৱ আত্মাৰ তৃপ্তি নাই। এই সুন্দৰ পৃথিৱীৰ কোলালৈ অহা যুগযুগান্তৰৰ স্মৃতিবোৰ অবিস্মৰণীয়। জন্ম-জন্মান্তৰৰ অপূৰণ কৰ্মভাৰবোৰে, বুকত বান্ধি ঘূৰি ফুৰা

অশৰীৰী আত্মাৰ অনুভূতিবোৰে বন-উপবন পৰ্বত-প্ৰান্তৰৰ সমীৰণৰ সতে ঢৌ খেলি খেলি গহীন ভাবৰ খলকণি তোলে। পুৱতি উষাৰ হেঙুলি হাঁহিত সোণালী আঁচল মেলি, দিগন্ত ৰথত নিশাৰ এন্ধাৰ আঁতৰাই দেখা দিয়ে, পুৱাৰ স্নিগ্ধ শান্ত সুনীল আকাশত ডেউকা কোবাই পুৱাৰ পখী জাকি উৰি যায়, প্ৰতিধ্বনি উঠে, দূৰ দিগন্তৰ পখীৰ কিৰীলিয়ে যাত্ৰাপথৰ সূচনা কৰে, অশান্ত মনত দেহ-পিঁজৰাৰ বান্ধোন চিঙি প্ৰাণপখীটিয়েও মুক্তিৰ বাট বিচাৰি ব্যাকুল হৈ উঠে। অৱশ নিদ্ৰাত পুৱতিৰ চিকোণ ঘুমটি ভাঙি যায়—নিশাৰ নিয়ৰ-কণাই কপাল তিয়াই যায় নিশা-উষাৰ সন্ধিক্ষণত। ঘুমটি জাগৰণৰ তন্দ্ৰা আবেশত কোনোবা অতীত জনমত এৰি থৈ অহা স্মৃতি ছবিৰ সোণ সোঁৱৰণীবোৰ ভাঁহি উঠে মানস-পটত। কোনোবা জনমত গাই যোৱা বিহগীৰ সতে-যুগ-যুগান্তৰ প্ৰকৃতিৰ বুকুত সানি থোৱা জোনাক জেউতিসনা সন্ধিয়াৰ শীতল সমীৰত—পৃথিবীৰ সেউজী কোলাত মনৰ তাঁৰে তাঁৰে বাজে শতেক সুৰৰ ধ্বনি, হাঁহি-কান্দোনৰ ঘাত-প্ৰতিঘাতৰ খলকনিবোৰে প্ৰকৃতিৰ বুকুত খলকনি তুলি আছে। অনন্ত জন্মৰ-জীৱন মালাত আধকৰাকৈ এৰি থৈ অহা শত সহস্ৰ কৰমৰ মানস-মুকুতাৰ মালাধাৰীত, কল্পনাৰ ৰং চৰায় গাঁথি আহিছো মালাধাৰী। কতবাৰ এই পৃথিবীলৈ আহিছিলো, বাৰে বাৰে উভতি গৈছিলো। কি কাম কৰিবলৈ আহিছিলো, কি কাম সাধিম এই বিপুলা পৃথিবীত? দুৰ্বাৰ নিয়তিৰ সোঁতত উঠি-ভাঁহি ফুৰিছিলো। এই যে সীমাহীন অহা-যোৱা, এই যাতায়াতৰ কোন দিনা সমাপ্তি ঘটিব? কোনে কব? প্ৰশ্ন জাগে, মনে কয়, কিবা এটি নাই নাই। এই সুন্দৰ পৃথিবীৰ ৰূপ, ৰস, গন্ধ, স্পৰ্শৰ সোৱাদ লৈও মনে কিয় কয়, কিবা এটি পোৱা নাই, কি পোৱা নাই? এই নোপোৱা প্ৰকাশৰ মুখৰ কথাৰ ভাষা নাই, প্ৰাণে অনুভৱ কৰে কিবা এটি পোৱা নাই। কি সেই

ক্ষুধা? নজনা নোপোৱা কিহৰ এই বিশ্বগ্ৰাসী নোপোৱাৰ বেদনা? বিশ্বগ্ৰাসী অতৃপ্তিৰ ক্ষুধা যদি স্বাভাবিক, ক্ষুধাৰ সমাপ্তিৰো নিশ্চয় পথ আছে। যদিহে ক্ষুধিত আত্মাৰ শান্তিময় আশ্বাস নাই, তেন্তে কোনে বাৰু অনিৰুদ্ধ গতিৰে আহ্বান কৰে তৃষাতুৰ মানব আত্মাক অনিৰ্বাৰ আকুলতাৰে? ভোগময় সংসাৰৰ বাস্তব ভোগতেই অতৃপ্ত আত্মাৰ শান্তিৰ ব্যৱস্থা থকা হলে মানুহৰ মনত দুৰ্বাৰ বাসনাও নাথাকিলহেঁতেন। মানুহৰ বাসনাৰ পৰিসমাপ্তি ঘটিলে জীৱন-মৰণো নাথাকিলহেঁতেন। মানুহৰ সৌন্দৰ্য্য-পিয়াসী ৰূপমুগ্ধ দুচকুত বিধতাই ওপচাই থোৱা সৌন্দৰ্য্য তৃষ্ণাৰ অনিৰ্ব্বাৰ হেঁপাহ, মানুহ জীৱনৰ সুখ-ভোগলৈ দুৰন্ত স্পৃহা। এই স্পৃহা, সৌন্দৰ্য্য-অভিলাষী আত্মাৰ অসীম আকাঙ্ক্ষাৰ পৰিসমাপ্তি ঘটিব নোৱাৰে, যেতিয়ালৈকে মানবীয় জীৱনৰ পূৰ্ণতাত উপনীত হৈ পৰমসত্তাত নিজ ক্ষুদ্ৰ সত্তা বিলীন কৰি, সসীম কামনা-বাসনাক অসীম স্বত্তাত আৰোপ কৰি, চিৰ সুন্দৰৰ স্পৰ্শ অনুভব কৰিব পাৰিলেই অন্তৰৰ সীমাহীন ক্ষুধাৰ সমাপ্তি ঘটিব। সৌন্দৰ্য্য-পিয়াসী মানস চকুৰে চিৰসুন্দৰৰ বিশ্ববিয়পা অপৰূপত দৃষ্টি-মানস মিলাব নোৱাৰিলে প্ৰাণৰ ৰূপতৃষ্ণাৰ পৰিসমাপ্তি নঘটে। পৰম-পদৰ স্পৰ্শ বা সত্য-সুন্দৰৰ আনন্দময় অনুভূতিৰে জীৱনক পূৰ্ণ কৰি লব পাৰিলে, সেইদিনা মানুহৰ সৌন্দৰ্য্য-তৃষ্ণাতুৰ নয়নৰ ৰূপ-তৃষ্ণাৰ পৰিসমাপ্তি ঘটিব, যি দিনা চিৰসুন্দৰৰ চিৰ-বিমোহন ৰূপ-সুধা এই দুচকুৱে পান কৰিব।

**পাহৰা সপোন:** মানৱ জীৱন এটি পাহৰা সপোনৰ প্ৰতিচ্ছবি। স্বপ্ন-ছবিয়ে কাহিনীৰ ৰূপ লৈ মানৱ জীৱন ৰচনা কৰে। মানৱ জীৱনৰ শত কৰমৰ ছবি প্ৰকৃতি বুকুত আঁকা থাকে, প্ৰতিটি কৰমৰ কঁপনি বন্ধা থাকে প্ৰকৃতিৰ পাতে পাতে—প্ৰাণত বাজি উঠা প্ৰতিটি সঙ্গীতৰ সুৰ বন্ধা থাকে আবহমান প্ৰকৃতিৰ মহা সঙ্গীতৰ সুৰে সুৰে। সেয়েহে কোনো এটি প্ৰকৃতিৰ পৰশত, কোনো এটি

ফুলৰ গোন্ধত, কোনো এটি শুৱনী সন্ধ্যাৰ নীৰৱ শোভাত অতীতৰ ক্ষীণ সোঁৱৰণী মানৱ-মানসত পাৰিজাত ফুলায়। হাঁহি-কান্দোন, সুখ-দুখৰ চিৰন্তন প্ৰতিস্পন্দনেৰে আলোড়িত প্ৰকৃতিৰ বুকু। এয়ে চিৰন্তন সপোন।

**অনুভূতি ঃ** অনুভূতিয়েই জীৱনৰ সত্য উপলব্ধিৰ সিংহ-দুৱাৰ। অনুভূতি—আকস্মিক। জ্ঞানী কবি-চিত্তই বহু অপূৰ্ব অনুভূতিৰ পৰশ পাই ধন্য হয়। বিশ্বজগতৰ অনন্ত উৰ্দ্ধলোকৰপৰা বহু শুভমুহূৰ্ত্ত অমৃত পৰশ বৈ আহে—এই অমৃত-শুভ মুহূৰ্ত্তৰ মাহেন্দ্ৰ লগ্ন নিজ অন্তৰৰ চিন্তা-সোঁতত আহৰণ কৰি জ্ঞানী চিত্ত পুলকিত হয়। এনে অমৃত মুহূৰ্ত্তৰ সমাপ্তি নঘটিবলৈ কবি-প্ৰাণত আকুল প্ৰাৰ্থনা জাগে, অনুভূতি মাৰ নৌ যাওঁতেই যাতে জীৱনৰ স্পন্দন মাৰ যায় এয়ে অনুভূতিময় কবি-প্ৰাণৰ প্ৰাৰ্থনা—যিহেতু এই অনুভূতি সত্য-সুন্দৰৰ দিব্য অনুভূতি।

**মিলনৰ দিব্য অনুভূতি ঃ** অনুভূতিয়ে চিৰ-সুন্দৰক প্ৰত্যক্ষ কৰায়, ধ্যেয় আৰু ধ্যানীৰ সংযোগ ঘটায়। সুন্দৰৰ ধ্যানী চিত্ত সৌন্দৰ্য্যৰ ৰূপ-সাগৰত বুৰ মাৰে। মানসৰ তীৰে তীৰে প্ৰকট হৈ পৰে সুন্দৰৰ অনুপম ৰূপ-জ্যোতি। তৰাৰ দীপালী জ্বলোৱা ৰূপহী জোনাক নিশাই যেতিয়া আকাশত মঙ্গল-উৰলি বজায়, সেই মধুৰ লগ্নত গধূলিৰ নিমজ এন্ধাৰৰ স্নিগ্ধ পৰিবেশে যেতিয়া বিশ্বজগতৰ সকলো গ্লানি মছি দিয়ে, দোভাগ নিশা নিজম প্ৰকৃতিখনিৰ যেতিয়া সাৰ-সুৰ নাথাকে, তেতিয়া সেই মোহন মুহূৰ্ত্তবোৰৰ মধুৰ খেণত কবিৰ ধ্যানী মানস-তীৰত চিৰ-সুন্দৰৰ স্পৰ্শ অনুভূতি উদয় হয়। কবিৰ লগত মিলন ঘটে নিশাৰ তন্দ্ৰালস নিদ্ৰাৰ মাজত ধ্যান-মধুৰ মানস-লোকত, সুন্দৰৰ আবিৰ্ভাবে কবি-মনত মিলন আবেশত মূৰ্ত্ত হৈ উঠে ব্ৰাহ্মমুহূৰ্ত্তৰ মহালগ্নত, উষাৰ আবিৰ্ভাৱত কবিয়ে দেখে চিৰ-সুন্দৰৰ আবিৰ্ভাৱ—শেৱালি বনৰ তলে তলে শুনে সুন্দৰৰ

পদধ্বনি; কবিয়ে প্ৰশ্ন কৰে—"হে সুন্দৰ, কোনে কয় নেদেখি তোমাক ?"

**অতৃপ্তি :** অতৃপ্তিয়েই জীৱন মৰুৰ মৰুক্ষুধা। অতৃপ্তিৰ মৰুভূমিময় বাসনা পানীয়ে তিয়াব নোৱাৰে, নোপোৱা নেদেখা অমৃতৰ সোৱাদ নোপোৱালৈকে বাসনাৰ মৰুভূমি নিতিতে; পাৰ্থিৱৰ পানী টোপালৰ তৃপ্তিৰ সোৱাদ এৰি অপাৰ্থিৱ অমৃতকণা বিচাৰিলে এই শুকান মৰুভূমি শান্তিৰ সুধাৰে জুৰ পৰে।

**সমাধি :** মানৱৰ জীৱনৰ পৰিপূৰ্ণতা সমাবিষ্ট মন অমৃতৰ আকৰ। ধ্যানী সত্যসন্ধানী মনে সমাধি অন্বেষণত আত্মনিয়োগ কৰে। সমাধি লাভ জীৱনৰ পৰম সৌভাগ্য—সমাধি যোগে ধ্যানী কবি-মনে অনুভব কৰে বিশ্বব্যাপী অনন্ত জ্যোতি স্বৰূপ পৰম-সত্তাৰ এটি ৰেণুৰ দৰে নিজৰ ক্ষুদ্ৰতম মানৱ-সত্তাক।

তুমি জ্যোতি মই ৰেণু
হে অৰূপ ৰূপৰ আলয়
অনুৰূপে অনাদিত তোমাতেই
লীন হম গৈ।

**প্ৰহৰী :** জীৱনৰ চিৰ সখা। বিশ্বৰ অনন্ত মাধুৰী য'ত থূপ খাই বেথাৰ গীতেৰে ৰূপায়িত হয়, সেই ঠাইতেই তুমি থাকা ৰখীয়া হৈ, হে প্ৰহৰী ? সান্ত্বনাৰ মধুৰ পৰশ লৈ। য'ত ভাষা-হীন কণ্ঠ-গীত নীৰৱ হয়, দুচকুৰ লোতকধাৰ য'ত ধাৰাসাৰে বৈ পৰে, সেই ঠাইত তুমি নিৰাশাত আশাৰূপে লুকাই থাকা। য'ত হিংসা, দ্বেষ, অন্যায়, পীড়নে জীৱনক ক্ষণে ক্ষণে পীড়ন কৰে, য'ত ব্যথিত আতুৰ মানৱ আত্মাৰ নীৰৱ বিননি উঠে, তাত তুমি সজাগ প্ৰহৰীৰূপে আবিৰ্ভাব হোৱা। নিপীড়িত হৃদয়ৰ লেখা—বিশ্ব-পটত অঙ্কিত হয়, প্ৰতিপলে তোমাৰ সজাগ অনিমেষ দৃষ্টি নিবদ্ধ হৈ থাকে। নীৰৱ হিয়াৰ অশ্ৰু-অৰ্ঘ্য আকুল হিয়াৰ মৌন নিবেদন তোমাৰ মধুৰ সান্ত্বনা পৰশ দিয়া হে জীৱন দেৱতা। তুমি

সজাগ প্ৰহৰীৰ দৰে প্ৰখৰ দৃষ্টিৰ দৃষ্টিপাতেৰে চাই আছা, অনিমেষে মৰণ-ভেৰী ভৈৰব নাদৰ মাজত তোমাৰ অভয়বাণীৰ আশ্বাস প্ৰতিধ্বনিত হৈ আছে। সেই দিনা জীৱনৰ ব্যৰ্থতাক যদি তুমি পূৰ্ণ কৰি দিয়া—মৰতত জন্ম লোৱা এই ত্ৰিদিনীয়া দিন যেন তোমাৰ অমৃতকণাৰে পৰিপূৰ্ণ সাৰ্থক কৰি দিয়া, এয়ে মোৰ প্ৰাৰ্থনা জীৱনৰ চিৰ-প্ৰহৰী।

**সাৰথি:** তোমাৰ পৰশেৰে মোৰ জীৱনৰ দীন-হীনতা মচি দিয়া। মোৰ হিয়া ভাগি নিৰাশাৰ হুমুনিয়া ওলাই আহিলে তোমাৰ সঁহাৰি ফুটি উঠে মোৰ হিয়াৰ মাজত,—মই আছো, যোৱা নাই; নিৰাশাৰ ঘন এন্ধাৰত বাটৰ উৱাদিহ হেৰালে বন-মংলতীৰ গোন্ধে গোন্ধে তুমি মোক বাট দেখুৱাই দিয়া মলয়-সুৰভিসনা আঁচোল উৰাই তুমি মোক নীৰৱে জনোৱা—সখি! মই যোৱা নাই, মই যে তোমাৰ চিৰ-সাৰথি।

**কোন তুমি:** নিশাৰ নিস্তব্ধতাৰ মাজত মূৰ্ত্ত হৈ উঠা তোমাৰ মনোমুগ্ধকৰ চিন্তাত মন বুৰ গলে—চকুৰে টোপনি পাহৰে, বিশ্ব পাহৰোৱা মুগ্ধ চিন্তাই মানৱ-মানস কৰে উন্মনা—প্ৰাণত বৈ যায় শান্তিৰ নিস্তব্ধতা।

**মৌন নিবেদন:** মন-মানসৰ মৌন নিবেদন—ই চিৰন্তন সাগৰ বুকৰ এটি ঢৌ-খলকনিয়ে অপাৰ সাগৰৰ অসীম সীমা চোৱেগৈ। বায়ু সাগৰৰ এটি কঁপনিয়ে অপাৰ দিগন্ত আলোড়িত কৰে। বিশ্ব-ব্ৰহ্মাণ্ডৰ প্ৰতিটি চিন্তাৰ ধাৰা নেদেখা হাতেৰে যি জনে বিচাৰ কৰে, সেই জনৰ চৰণত কবি-প্ৰাণৰ আকুল আবেদনে জানো পৰশ কৰা নাই? এটি সন্দেহময় প্ৰশ্ন জাগে। কবি হৃদয়ত আবহমান কাল যি সুৰ বাজিছে, যিটি সুৰত বাজে আন সুৰৰ কঁপনি মুঠে, কবিৰ সপোন বীণত সেই সুৰৰ কঁপনিয়ে অজান জনৰ চৰণ চুব, এই সুৰ অনন্তকাল বাজিব কবিৰ বিশ্বাস। প্ৰিয়ৰ প্ৰসাদে যিদিনা বেথাতুৰ হিয়াত পুলক জগাই ওঠত হাঁহি

বিৰিঙাব, সেইদিনা, কবিয়ে চৰম চকুৰে দেখা নেপালেও নেদেখা-জনে দেখা পাব।

**শেষ অৰ্ঘ্য :** কবি-প্ৰাণৰ শেষ অৰ্ঘ্য, জীৱন-দেৱতালৈ আগ বঢ়োৱা শেষ অৰ্ঘ্য। মনোময় মন্দিৰত নিৰল কোণত চন্দন-সুৰভি সুৰভিত পুষ্পমালা গাঁথি সুগন্ধি ধূপ-দীপ জ্বলাই প্ৰাণময় সঙ্গীতেৰে বন্দনা ৰচি, বীণ বজাই বজাই ভাগৰি পৰা পূজাৰিণীৰ প্ৰাণ প্ৰতীক্ষাত আকুল। পুৰাৰ প্ৰতীক্ষা দীঘলীয়া জোনাক নিশা অভিসাৰিকাৰ ব্যাকুল অপেক্ষা ব্যৰ্থ হৈ জীৱনৰ গধূলি পৰত পূজাৰিণীয়ে চিৰ আৰাধ্যলৈ প্ৰশ্ন কৰিছে—"হে চিৰসুন্দৰ! দীৰ্ঘ জীৱনত তোমাৰ আগমন নহ'ল। এই জীৱনতে নতুবা জীৱন-শেষত মৃত্যুলোক আলোকিত কৰি তুমি দেখা নিদিবানে? নতুবা মোৰ চিৰ শ্মশান চিতাত মই তোমাৰ কাৰণে হোমৰ বেদী ৰচনা কৰিম, তুমি সেই দিনা দেখা দিবা হে চিৰ বাঞ্ছিত, সিদিনাই।

"চিতাগ্নি হোমাগ্নি হব
সমীৰণ মলয় চন্দন
সিদিনা সাৰ্থক হ'ব
পূৰ্ণ অৰ্ঘ্য পূৰ্ণ ই জীৱন।"

**জনমভূমি :** মোৰ আই, জনমভূমি। জনমৰ আদিম পুৱাত চকু মেলিলো, আকৌ জীৱনৰ শেষ দিনা তোমাৰ কোলাতে শুই সেই শেষ চকু মুদিম। মৰাৰ পিচতো যেন মোৰ ভাগৰুৱা আত্মাই তোমাৰ চেনেহী কোলাখনিতে জিৰণি লবলৈ আছে, মোৰ ভাগৰুৱা আত্মাই তোমাৰ কোলাতে শেষৰ জিৰণি লৈ জিৰাবহি। নাইবা পখী হৈ তোমাৰ নীলা আকাশৰ বুকুত মই উৰি ফুৰিম, ওখ ওখ গছত বাহ ল'ম। পুৱতী নিশাৰ শেষত শুৱলা গীত গাই গাই তোমাক জগাম। মোৰ আই জনমভূমি! কেতিয়াবা আকাশৰ তৰা হৈ তোমালৈ ৰ লাগি চাই ৰম; তোমাৰ সেউজীয়া মনোমোহা ৰূপ চাই চাই ভোল যাম।

কেতিয়াবা জোনৰ দেশলৈ গৈ জোনৰ লগত তোমাক আৰতি কৰিম। কেতিয়াবা হিমালয় পৰ্বতৰ শুকুলা বৰফে আবৰা টিঙৰ মাজত থকা 'মানস-সৰোবৰ'ত নীল পদুম হৈ ফুলি ৰম, মলয়াৰ চোঁৱৰত পদুমৰ সুগন্ধ সুৰভি পদুম ৰেণু সানি আনি তোমাৰ চৰণত চোঁৱৰ বুলাম। কেতিয়াবা নদী হৈ তোমাৰ দুখনি চৰণ পখালিম, কেতিয়াবা সোণোৱালী মেঘ হৈ তোমাৰ শেঁতাপৰা দুখ-বেজাৰত মলিন পৰা ওঁঠ দুখনিত ৰঙা হাঁহি উজলাম।

আই মোৰ! তোমাৰ ধূলি-বালি আকাশ-বায়ু সকলো মোৰ মনত সৰগতুল্য। আই ঐ! তুমি মোৰ মুকুতিৰ পুণ্যভূমি, তুমি মোৰ প্ৰভাস-তীৰ্থ, যি তীৰ্থ মিলন-তীৰ্থ বুলি কয়, সেই প্ৰভাসতীৰ্থ তুমিয়েই! অ' মোৰ চেনেহী আই, ওপজা ঠাই, তোমাৰ বুকুত দুখীয়াৰ পঁজা ঘৰবোৰ একোখনি শান্তিৰ সৰগ। দুখীয়াৰ পঁজা ঘৰটিত আছে ইজনে সিজনৰ প্ৰতি পমি যোৱা মৰম অমৃত, আছে ইজনৰ কাৰণে সিজনে কৰা অপৰিসীম ত্যাগ, সহিষ্ণুতা, দুখৰ মাজত পোৱা সৰগীয় আনন্দ। সৰল প্ৰাণৰ সৰগীয় প্ৰভাব তোমাৰ দুখীয়া পঁজাবোৰৰ মাজতেই সোমাই আছে। সেয়েহে আই, তোমাৰ দুখীয়াৰ ভঙা-পজাবোৰ একোখনি তীৰ্থৰ দৰেই পবিত্ৰ। মৰাৰ পিচত মোৰ এই দুখীয়া দেশতেই যেন মই পুনৰ আহি জনম লওঁ।

**দীপশিখা ঃ** মানুহৰ জীৱন যেন এটি প্ৰদীপৰ শিখা, নিৰ্মল শান্ত সন্ধিয়াৰ শীতল অনুভূতিয়ে কবি-মানসত পৰম-সত্তাৰ অনুভূতি স্পষ্ট কৰি তোলে। প্ৰাণ-মন্দিৰত নীৰৱ আৰতিৰ দৰে জীৱন জুৰি জ্বলি আছে প্ৰাণময় দীপশিখা। চিৰ উজ্জ্বল জ্যোতিৰ্ময় প্ৰাণ-প্ৰদীপক চিৰসুন্দৰৰ আৰতি প্ৰদীপ জ্বলাই তোলাই মানৱ-জীৱনৰ প্ৰধান ধৰ্ম। মানবীয় জীৱনত প্ৰাণ-প্ৰদীপক আৰতি-প্ৰদীপলৈ ৰূপান্তৰিত কৰি ললেই মন্দিৰৰ দীপশিখাৰ ৰূপলৈ প্ৰাণৰ প্ৰদীপ ৰূপান্তৰিত হব পাৰে; এই চিৰন্তন প্ৰদীপ নজ্বলাই

মাটিৰ প্ৰদীপ জ্বলাই মিছা আৰতিৰ অভিনয় কৰা এটা প্ৰহসন মাথোন বুলি মনে অনুভৱ কৰে। জীৱন জোৰা সুখ-দুখ ঘাত-প্ৰতিঘাতৰ আঘাতৰ চকুলো বোৱাই বিশ্বপতিৰ উদ্দেশ্যে কৰা অন্তৰ-নিবেদনেই পূজা-বন্দনা, শঙ্খ-ঘণ্টা, মৃদঙ্গ বজাই পূজাৰ আয়োজনৰ অভিনয় বুলি মানস-মনে অনুভৱ কৰে।

**অসীম জীৱন :** সীমাহীন এই মানৱ-জীৱন ; মৃত্যুৱেই মানুহৰ জীৱনৰ শেষ পৰিণতি নহয়, নিয়তিৰ অনন্ত গতিৰ সোঁতত মানুহ-জীৱন নিয়ন্ত্ৰিত। আকাশৰ নীলা জুখিব নোৱাৰিত অলেখ তৰাৰ লেখো লিখিব নোৱাৰি, মানুহ-জীৱনৰ ৰহস্যৰ সীমাও জুখিব নোৱাৰি। মানুহ-জীৱনৰ কৰ্মচিন্তা ভাৱৰাশি মহাপ্ৰকৃতিৰ লগত বিজড়িত। মানুহ বিশ্বসৃষ্টিৰ প্ৰহেলিকা। বাস্তৱ জগতৰ প্ৰত্যেক কৰ্ম-স্পন্দনেই মহাপ্ৰকৃতিত আলোড়ন তোলে, মানুহ-কণ্ঠৰ বাক্য-ধ্বনিৰ সুৰৰ কঁপনিয়ে প্ৰকৃতিৰ সুৰত প্ৰতিধ্বনি তোলে। গভীৰ সুৰেৰে এই প্ৰতিধ্বনি অনন্তকাল মহাকাশ জুৰি ধ্বনিত হৈ আছে। অস্থায়ী জড়দেহৰ সমাপ্তি ঘটিলেও, জীৱনৰ প্ৰতিটি ধ্বনি, বাক্য, চিন্তা, কণ্ঠসুৰ, ভাৱৰ প্ৰতিধ্বনিয়ে চৰকাল মহাপ্ৰকৃতিত ধ্বনিত হৈ থাকিব অনন্তকাল। ভঙ্গুৰ দেহৰ শেষ সমষ্টিখিনিও, মৃত্যুৰ পিচত প্ৰকৃতিৰ পঞ্চভূতে সামৰি লব। গলিত দেহৰ অংশই প্ৰকৃতিৰ উৰ্বৰতা বঢ়াই নতুন সৃষ্টিৰ সমল যোগাব।

দৰ্শনৰ দৃষ্টিভঙ্গীৰে চালে মানুহৰ প্ৰতিটি চিন্তা প্ৰতিক্ৰিয়াই পাৰিপাৰ্শ্বিকতাক প্ৰভাৱান্বিত কৰে, সুচিন্তাৰ প্ৰভাৱে পাৰিপাৰ্শ্বিক সু-অৱস্থাৰ সৃষ্টি কৰে, কুচিন্তাৰ প্ৰতিক্ৰিয়াৰ পৰা পাৰিপাৰ্শ্বিকতা কু-প্ৰভাৱিত হোৱা দেখা যায়। মানুহে নিজৰ অজ্ঞাতসাৰেই, সুভাৱ কুভাৱ বিস্তাৰ কৰি প্ৰকৃতিত অদৃশ্য প্ৰেৰণা যোগায়। প্ৰতি মুহূৰ্তে মুহূৰ্তে মানুহে প্ৰত্যেকটি কৰ্মৰ জাল গুথি আছে।

"গুথিছা কৰমজাল প্ৰতি পলকত।"

মানৱ মানসে সৃষ্টি কৰা প্ৰতিটি কৰ্মফল মানৱ জীৱনত ভোগ

কৰিব লাগিব। এই কৰ্মফল ভোগ কৰিবলৈকে জীৱই অনন্ত জন্মৰ পাতনি মেলে। এই কৰ্ম-সমাপ্তি মুক্তি, মানৱ-মানসেই পৰিদৃশ্যমান জগতৰ স্ৰষ্টা, ৰূপৰ পূজাৰী। মানুহৰ সৌন্দৰ্য্য-পিয়াসী কল্পনাময় চিত্তই অৰূপৰ সৌন্দৰ্য্য ৰূপায়িত কৰি তোলাই সাৰ্থকতা। কবিৰ ভাষাই অসীমৰ মহাৰূপৰ বিশ্বব্যাপী চিৰ-সৌন্দৰ্য্যৰ ৰূপৰ প্ৰতিমা গঢ়ি তুলিছে সৃষ্টিৰ সৌন্দৰ্য্যৰে। মানৱ-মানসৰ প্ৰকৃতিৰ ছন্দে ছন্দে অনন্ত সৌৰমণ্ডল আবৃত কৰি বৈদ্যুতিক তৰঙ্গত তৰঙ্গায়িত, সীমাহীন, কবি-মানসে অনুভব কৰে। যি দিনা এই বিশ্ব আৱৰা চিৰ ছন্দায়িত তৰঙ্গ শেষ হব, সেই দিনাহে মানুহৰ জীৱনৰো শেষ হব।

**নিজা ঠাই :** কবি-মানসে অনুভব কৰে এখনি নিজাপী ঠাই। কল্পনাবিলাসী কবি-মানসে বিচাৰি ফুৰি এখনি নিজা ঠাই পালে য'ত জোন বেলি নাই, তথাপি সেই ঠাইখনি অজান জেউতিৰে জ্বলমলাই আছে। বহু বহু দূৰ বাট কুৰি বাই বাই চকুৰে নেদেখা কাণেৰে নুশুনা অতি নিজান সেই ঠাইখনি পালেগৈ—য'ত আবহকাল বিশ্ববিমোহন বংশীধ্বনিৰ দৰে সুৰময়। সেই ঠাইলৈ যাবলৈ লগৰীয়া নাই, অকলে গলেহে বাট চিনি পায়, সেই ঠাইত কোনো বাসনা কামনাৰ ঠাই নাই। সেই নিদ্ৰাপুৰীলৈ পখিলা পাখিত উঠিহে যাব পাৰি—অৰ্থাৎ সূক্ষ্মতৰ গভীৰ ধিয়ানৰ সাগৰৰ অতল তলিত বুৰ মাৰিহে সেই ঠাই পায়গৈ। সেই ঠাইখনিক বিবেক-সাগৰে আবৰি ৰাখিছে, জ্ঞান-সাগৰ সাঁতুৰি পাৰ হৈ সেই ঠাই পায়গৈ। সেই নিজা ঠাইখনিত আছে পৰশ-কোমল-উজ্জ্বল মধুৰতা, তাত আছে এটি প্ৰাণ শিয়ৰি উঠা নীৰৱতা; বাহিৰ জগতত সেই ঠাইলৈ বাট নাই। ধিয়ানৰ পথেদি যিদিনা সেই নিজা ঠাইখনি পায় গৈ সেই দিনা নিজা ঠাই যাত্ৰীজনে অনুভব কৰে, সেইখনি ঠাইত আন কাৰো অধিকাৰ নাই। তাত আছে ভাষাৰে প্ৰকাশ কৰিব নোৱাৰা এটি দিব্য

অনুভূতি, বিমোহন সুৰধ্বনি, কবি-মানসৰ সপোন-সুৰৰ ভুৰথনি উটি উটি গৈ ৰূপ-সাগৰত বুৰ মাৰিলে, কবিৰ জীৱন সি সুৰত বিলীন হৈ গ'ল; অজান জেউতি সাগৰত বুৰ মাৰি কবি-মানসে পালে নিজা ঠাইৰ সন্ধান, নিজৰ আত্ম-সত্তাতে থকা সেই স্বপ্নলোক।

**ধ্যেয়ঃ** মানব-মানস অৱলম্বন প্রয়াসী। অতৃপ্ত ব্যাকুল মানব-মানসে বিচাৰে চৈতন্যময় পৰম সত্তাৰ অৱলম্বন। নানা ৰূপেৰে জীৱনৰ পৰম আৰাধ্যক ৰূপায়িত কৰি লয় ধিয়ান-প্রয়াসী মানৱ-চিত্তই। ত্রিভুবন ভ্রমি ভ্রমি ফুলৰ হাঁহি টুকি টুকি আনি, জোনাক জেউতি গোটাই আনি তাতে নিজৰ হিয়াৰ শোণিতেৰে বোলাই মোহন তুলিকাৰে মানসৰ ৰূপ-ছবি আঁকি লয়, কবি-মানসে সুন্দৰত-কৈও সুন্দৰতম কৰি নিজ মনেৰে গঢ়ি পায় ধিয়ানৰ দেৱতাৰ মোহন-মূৰতি। থাপি লৈ হিয়া থাপনাত, অপৰূপ ৰূপজ্যোতি চাই চাই চকু থৰ হৈ গ'ল, আৰাধ্যজনৰ বন্দনাত হিয়া ঢালি ঢালি গীত গাওঁতে কণ্ঠ নীৰব হৈ গ'ল। হৃদয়ৰ স্পন্দন থামি গ'ল। বাহিৰ জগতৰ মোহময় আবেগবোৰৰ সমাপ্তি ঘটিল, কবিৰ মনত এতিয়া অতৃপ্তি নাই, প্রাণত ভোগৰ শিহৰণ নুঠে, সকলো আবেগ আৰাধ্যৰ চৰণত লীন হৈ গৈছে। আজি ধ্যেয়ৰ অৰূপ জেউতি, ৰূপৰ আকৰ। কবিৰ প্রাণৰ মূৰ্ত্ত-কবিতা; কবিৰ প্রাণৰ কথা ছন্দময় বন্দনা। সুন্দৰৰ ধিয়ান পৰশত কবিৰ সুৰ হেৰাই যায়।

**বেণু ৰৱঃ** কাব্য-মানসত 'মনবেণু' বাজি উঠিল। অনুভূতিত আহিল সুন্দৰৰ আগমনী। মৰুময় তৃষাতুৰ হিয়াত শান্তিৰ সুষমা বাকি দিবলৈ সুন্দৰ আহিব আহিব, শাৰদী পুৱাৰ শীতল সমীৰৰ লগত কেতেকীৰ হিয়া ভগা করুণ বিননিৰ সুৰে সুৰে কবিক জগাবহি, স্বৰগৰ অমৃত আনি কবিৰ প্রাণত অমৃতময় পৰশ সুধা বুলাই দিবহি, পৰম প্রতীক্ষাত কবিৰ প্রতীক্ষাময় সুন্দৰ আহিব। কবিৰ মানস-সাগৰত সুন্দৰৰ ছাঁয়া কাব্য-মানসে নিৰীক্ষণ কৰিছে,

মনে অনুভব কৰিছে, সুন্দৰ আহিছে জোনাকী নিশাৰ নিৰ্মল জোনাক জেউতি মুখত সানি লৈ, নিশাৰ নিবিড় ধ্যানৰ সমাধি মিলনত প্ৰাণৰ মাজত নিমাত হৈ থকা বীণটিত, সুন্দৰৰ আঙুলি বুলাই ধ্বনিময় কৰি দিবহি, কবি-মানসে প্ৰত্যক্ষ কৰিছে—সুন্দৰ আহিব আহিব।

**মনৰ পৰশ:** মনৰ পৰশ মনস্তত্বৰ ভেটিত প্ৰতিষ্ঠিত। কবি-মানসৰ মনোময় জগৎখনি সপোনৰ মায়াপুৰী ৰূপেৰে ৰচা বিজুলী বাতৰি। মনস্তত্বই প্ৰমাণ কৰিছে যে এজনৰ চিন্তাধাৰাৰ প্ৰতিক্ৰিয়া আন এজনৰ অন্তৰত প্ৰতিফলিত হয়। মনোময় জগতখনত সঙ্গীতৰ সুৰ নাই, ধুনীয়া প্ৰকৃতিৰ মোহনীয় পৰশ নাই; এই মনোময় জগৎখনি কল্পনাপুৰী মনৰ কল্পনা আৰু চিন্তাৰ সোঁতে যোজন যোজন দূৰতো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব পাৰে। এজনৰ শুভ ইচ্ছাই আনজনৰ কল্যাণ সাধন কৰে। মন-মানসৰ প্ৰেমৰ আকুলতা আনখনি মনৰ দাপোণত প্ৰতিফলিত হৈ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে, আকৰ্ষিত কৰে। সেইদৰে মনৰ সু-প্ৰবৃত্তি কু-প্ৰবৃত্তি-সমূহেও এজনৰ মনৰ পৰা আনজনৰ মনলৈ ৰূপায়িত হয়। প্ৰেম-স্নেহ-হিংসা-ঈৰ্ষা সকলো প্ৰবৃত্তিয়েই অজানিতে প্ৰভাব বিস্তাৰ কৰে, এজনৰ পৰা আনজনলৈ। এই প্ৰতিক্ৰিয়াত চকুৰ দৃষ্টিয়ে সীমা নোজোখে, এই ক্ৰিয়া-প্ৰতিক্ৰিয়া মনৰ বাতৰিৰেই সমাধা হয়, মনে মনৰ কথা বুজি লয়।

**মহাগীতি নহয় নীৰৱ:** কবি-মানসে অনুভব কৰে, বিশ্ব-ব্ৰহ্মাণ্ডৰ লগত বিজড়িত মানবী জীবনৰ মহাগীতিৰো সমাপ্তি নাই, ই চিৰন্তন। অন্তৰলোকৰ গোপন গীতিকাৰ গায়কজনক নীৰৱ নহ'বলৈ আবেদন, ই যে কবি-মানসৰ চিৰন্তন আকুতি। অন্তৰলোকৰ গোপন-গায়ক গোপন-শিল্পীজনলৈ জগোৱা বাক্যহীন মিনতি। কবি-মানসৰ চিৰ লগৰীয়া মানস শিল্পীজনক জীৱন-বীণৰ সুৰত গীতবোৰ গাই থাকিবলৈ কৈছে। হে মোৰ অন্তৰ-

লোকৰ গোপন গায়ক, গীত গাই থাকা, নীৰৱ নহ'বা। মোৰ এই জীৱন-বীণখনিক তুমি কিমান সুৰেৰে বজাইছা, বজাই থাকা! জীৱনজোৰা সুখ-দুখ-বিৰহ-মিলনৰ লাজ অপমানৰ কত সুৰ বজালা, বজাই থাকা গায়ক। আজি তোমাৰ সুৰৰ বন্ধন চিঙি গৈছে। তোমাৰ সুৰে ত্ৰিদিবৰ মুক্ত ৰাগিণী গাবলৈ বিচাৰিছে—ত্ৰিদিবৰ অনুভূতিৰে, মোৰ হিয়া উপচি পৰিছে; যিদিনা মোৰ দেহ-বন্ধন চিঙি যাব, যি দিনা মোৰ জীৱন-দীপ নুমাই যাব, মোৰ মন-মানসৰ শত স্বপ্ন হেৰাই যাব—সেই দিনাও মোৰ অন্তৰলোকত গোৱা তোমাৰ গীতৰ সুৰবোৰ থাকিব। প্ৰকৃতিৰ অৱদান এই নশ্বৰ-দেহা প্ৰকৃতিক গতাই যিদিনা মই বিদায় লম, সেই দিনা মই গাই যোৱা সুৰবোৰৰ কঁপনিয়ে বিশ্ব-ব্ৰহ্মাণ্ড সৌৰলোকত সুৰৰ কঁপনি তুলি থাকিব। মানুহৰ উপাধি মই এই পৃথিবীত থৈ যাম, কিন্তু মোৰ সুৰৰ বীণখনি লগত লৈ যাম অনন্ত সুৰলোকত গীত গাবলৈ, মোৰ বীণখনিক মই লগত লৈ যাম। মই সেই দিনা পৃথিবীৰ সকলো শোভা পাহৰিম, কিন্তু মোৰ পৃথিবীত গোটাই লোৱা সুৰৰ সঁফুৰাখিনি মোৰ চিৰ-লগৰীয়া—সেই দিনা মই সুৰৰ সমষ্টিৰূপে বিশ্বগীতিত লয় হমগৈ। কোন অনাদি সৃজনৰ পৰা মহাসাগৰৰ সীমাহীন সঙ্গীত বুকুত বান্ধি লৈ ফুৰিছো, মানৱ স্ৰোতৰ অনন্ত জীৱনৰ হৃদয়-ৰাগেৰে বোলোৱা মহাগীতি মোৰ হিয়াত বাজি থকা মই শুনিছো—এই মহাগীতি কোনোকালে নীৰৱ নহয়।

**ভিখাৰী:** কবিৰ মন-মানসে কয়, ৰাজ-ৰাজেশ্বৰৰ ওচৰলৈ ভিক্ষা-পাত্ৰ লৈ আজি অহা নাই। ৰাজপ্ৰসাদ ভিক্ষা কৰা নাই। কবিৰ প্ৰাণত আজি অতৃপ্তিৰ আকুল বাসনা, আকাঙ্ক্ষা নাই। যি দিনা কবিয়ে শূন্য হিয়াৰে মলিন মুখেৰে ভিকহুৰ দৰে পৰম ৰাজনৰ ওচৰত হাত পাতিছিল, সেই দিনা তুমি নিষ্ঠুৰ হাতেৰে প্ৰতিখন কৃপাৰ দুৱাৰ বন্ধ কৰি, এই জীৱন জুৰি যাতনাৰ জুই

জ্বালি দিছিলা, সেইবাবেই এই বঞ্চিত মন-মানস আজি ভিক্ষাৰ পাত্ৰখনি দলিয়াই আঁতৰি আহিল। জীৱন-যুঁজত যাতনাৰ কণ্ঠৰোধ কৰি কৰি নিৰ্বাক মুখেৰে ভাগৰি পৰিল। সেই দিনা তুমি নিকৰুণভাৱে কৃপা দান কৰিবলৈ বিমুখ হৈ আছিলা। কিন্তু কবি মন-মানস আজি শান্ত সুসমাহিত, প্ৰাণৰ মাজত কৃপা প্ৰাৰ্থনাৰ আকুলতা আজি নাই, হে প্ৰিয় সম্ৰাট! তোমাৰ ওচৰত আজি আৰু এই ভিখাৰীয়ে হাত পাতিবলৈ অহা নাই, মোৰ কৃপা ভিক্ষাৰ ভিক্ষা-পাত্ৰখনি মোৰ জীৱনৰ সমাধি ক্ষেত্ৰত বিসৰ্জন দি আহিছো। আজি মোৰ প্ৰাণত আশাৰ তৃষ্ণা নাই, এই অশান্ত জীৱন শান্ত তৃপ্ত সুধাপূৰ্ণ। ঘূৰি চাই অকস্মাতে দেখিলো, মোৰ প্ৰতিটি কামনাৰ পাত্ৰ অমৃতেৰে উপচি পৰিছে, মন তৃপ্ত, অন্তৰ তৃপ্ত, তনু-মন চিৰ শান্ত। হাঁহাকাৰ নাই, কাব্যৰ সুধাৰসে হিয়া উপচি পৰিছে। মই দেখিলো, আজি বিশ্বৰ প্ৰতিখনি অমৃতৰ দুৱাৰ তুমি মুকলি কৰি দিছা। তোমাৰ তৃপ্তিৰ প্ৰসাদেৰে মোৰ প্ৰত্যেকখন তৃষ্ণাৰ পাত্ৰ ওপচাই দিছা, আজি পূৰ্ণ প্ৰাণ-পাত্ৰত অমৃত আৰু নধৰে। তথাপিও তুমি চিৰ-অমৃতৰ সুধাধাৰ নীৰৱে মোৰ শিৰত বৰ্ষণ কৰি আছা।

**পূৰ্ণ:** কবি-জীৱনৰ যত কথা-গীত, পূজা-সাধনা সকলো পূৰ্ণ, কোনো মুহূৰ্তৰ কোনো ধ্যান কোনো কল্পনা ব্যৰ্থ হোৱা নাই। কাব্য-মানসৰ মায়াপুৰীত মহাসাগৰৰ আবহ-সঙ্গীত বাজি থাকে। হৃদয় সৰসীৰ ঢৌবোৰে কথা পাতে, কবি-মানসৰ সোণালী পানীত পদুম ফুলে। কবি-মানসৰ নীল সৰগত তৰাফুল ফুলে। নীলিমাৰ পাৰে পাৰে মেঘৰ আঁৰে আঁৰে কবি-মানসে দেখে মিলন-সেতু। কবি-মানসৰ ধিয়ান পাৰত ৰূপ-শতদল সদায় ফুলি থাকে। মানসে শুনে সপোন পাৰাবাৰৰ সীমাহীন সঙ্গীতৰ ধ্বনি। মহাসাগৰৰ সীমাহীন বুকুত কবিৰ জীৱন-তৰণী

জোনাকৰ জিল্‌মিলীয়া পাল ভৰি উঠি যায়, বৈ যায় জীৱন জুৰি, অমৃতৰ নিজৰাৰ ঢল শান্তিৰ তৃপ্তিত পুষ্প পুলকে ওপচাই তোলে কবিৰ হিয়া। কবিৰ মন-মানসে অনুভব কৰে জীৱনৰ কোনো এটি মুহূর্ত ব্যর্থ হোৱা নাই।

**আত্মা:** আত্মাক মানুহে দেখা নাই, মানুহেই পৃথিৱীৰ ধূলিৰে মানসৰ স্বর্গ ৰচনা কৰে, সৃষ্টিৰ মাজেৰেই মানৱত্বৰ বিকাশ, মানব প্রকৃতিয়ে সুখ-দুখ, প্রেম-প্রীতি, জ্ঞান-বিজ্ঞানৰ জন্ম দিয়ে, মানব প্রাণৰ অনুভূতি মানব-মানসে নানাভাৱে ৰূপান্তৰিত ৰচনাৰে জগতক দিলে, সংসাৰৰ ঘাত-প্রতিঘাতত মানব প্রাণ দেই পুৰি মৰে—মনৰ মাজত নিৰাশাৰ হতাশাৰ হাহাকাৰৰ বোল উঠে, সেই দিনা জর্জৰিত মানব প্রাণে বিচাৰে স্থিতিৰ সংবাদ, বাস্তৱ দৃষ্টিৰ সীমিত সীমা ভেদি কিবা এটি বিচাৰি মানব-মানস ব্যাকুল হয়। সেই দিনা সন্ধানৰ পথ খেদি খেদি মানব-মানসে আবিষ্কাৰ কৰিলে কিবা এটি স্থায়ী সত্য! চিন্তাৰ গভীৰতাৰ মাজেৰে স্থিৰ-চিত্ত ধ্যানী-মনে আত্মাৰ সংবাদ আহৰণ কৰিলে, আত্মস্থিত ধ্যানী-মানসে প্রকৃতিৰ চিৰন্তন নীতিত আধিপত্যৰ অধিকাৰ লাভ কৰিলে, অবিনাশী আত্মাৰ আনন্দময় অনুভূতি লাভ কৰিবলৈ সমর্থ হ'ল। আত্মাৰ সীমাহীন স্পন্দন বিশ্বজগৎ বিয়পি গ'ল। অণু, ৰেণু, জলস্থল, বাহিৰে-ভিতৰে আত্মাৰ অনুভূতি প্রত্যক্ষ হৈ দৃষ্টিৰ অগোচৰ বহু সত্যৰ গোপন দুৱাৰ মোকলাই দিলে, মানুহে দেহ-মন-প্রাণৰ আঁৰত বিশ্বব্যাপী আত্মাক বিচাৰি পালে।

**মই সুৰ বিশ্ববীণাৰ:** কবি-মানসে বিশ্ববীণাৰ সুৰ বুলি নিজৰ প্রাণময় মানস-সুৰক অনুভৱ কৰে। বাণীৰূপা বাক্‌দেৱীৰ হাতৰ বীণাৰ সুৰ বুলি, সুৰ-সঙ্গীতৰ সীমাহীন সুৰ বুলি, অনন্ত চেতনাৰ সমষ্টি বুলি নিজকে অনুভৱ কৰে। কবি-মানসৰ সৃজনী শক্তিলৈ যি দিনা মানব প্রাণত সঙ্গীত জাগিল সেই দিনাহে তপনৰ স্পর্শত পূব গগনত উষাৰ হেঙুলী জেউতি জিলিকি উঠিল,

'উষা' নামকৰণত মূৰ্তিমতী কবি-মানসৰ মানসী উষাই ৰূপ পালে। কবিৰ অনুভূতিৰে কবি-কণ্ঠৰ গীতিৰ পৰশত, সুষুপ্ত বিশ্ব অৰণ্যত, চেতনাৰ সীমাহীন সঙ্গীত পখী কণ্ঠত, ৰূপ পালে কবিৰ অনুভূতিয়ে। ধৰিত্ৰীৰ প্ৰাণত সৃষ্টিৰ ক্ষুধা-সৃজন মানস জগাই তুলিলে, নিয়ৰৰ টোপালবোৰ মাটিয়ে বুকুত সাৱটি লৈ যৌবন ৰঙত সেউজী হ'ল। কবিৰ সুৰে সুৰে সঙ্গীতত মূৰ্চ্ছনাৰ সৃষ্টি কৰিলে, বিশ্বজুৰি সৃষ্টিৰ সুৰ বাজি উঠিল, কবিৰ গীতে গীতে নদ-নদী লুইত-জুৰিয়ে সাগৰ বিচাৰি ব্যাকুল হ'ল—কবিয়ে প্ৰাণৰ সুৰেৰে আকাশৰ পুৰতী তৰাটি জগালে। ম্লান জোনাকটিয়ে কবিৰ ভাষাৰে বিশ্বৰ কাষত বিদায় মাগিলে, বননি কঁপাই গোৰা বিৰহী কেতেকী চৰাইজনীৰ বিৰহ-বাতৰিৰ কথা কবিৰ ভাষাৰে সুৰ তুলিলে। পখীবোৰৰ মুবুজা সুৰৰ ভাষাবোৰ কবিয়ে শুনিলে —বিশ্ব-সৃষ্টিৰ বাৰ্তাবাহক কবিয়ে কাব্য-মানসৰ অনুভূতিৰে অনাদি সুৰৰ ধ্বনি পৃথিবীলৈ বহন কৰি আনিলে, কবিত্বৰ প্ৰাণময় ভাষাৰে মানব প্ৰাণত তৃষ্ণাৰ দাবাগ্নি জ্বলাই দিলে—কবিৰ ৰুদ্ৰবীণাৰ ঝঙ্কাৰত মানব-চেতনা মৰণবলিয়া হৈ উঠে; পতঙ্গৰ দৰে আত্মাহুতি দিবলৈ আগবাঢ়ে, বিশ্ব-সুৰৰ দাপোণ স্বৰূপে কবিৰ কাব্য-মানসত বিশ্বৰূপ ৰূপায়িত হৈ উঠে। কবিৰ সুৰে সুৰে বিশ্ব নিয়ন্ত্ৰিত। সেয়েহে কবি-মানসে অবিনাশী আত্মাৰ স্বৰূপ বিশ্ব-চৈতন্যৰ ৰক্তবীজ বুলি নিজকে অনুভব কৰে। গোপন বিশ্ব-সত্যৰ প্ৰকাশক বুলি কবিৰ গৌৰব।

**বিচাৰ :** কবিৰ প্ৰশ্ন বিশ্বপতিলৈ—হে বিশ্বপতি! তোমাৰ বিচাৰ-ৰহস্য মানুহৰ ক্ষুদ্ৰ প্ৰাণে বুজিবলৈ অক্ষম। তোমাৰ নিয়ন্ত্ৰিত বিশ্বত ধৰা-বন্ধা নীতি হেনো জীৱই নিজ কৰ্ম অনুসাৰে ফল ভোগ কৰে, প্ৰাৰব্ধ গঠিত কৰ্মফলৰ পৰা জীৱই নিস্তাৰ নেপায়। এই যে প্ৰাৰব্ধৰ নীতি বন্ধন, এয়া কোনে স্ৰজন কৰিলে? বিশ্বপতি! তুমিয়েই সৃজন কৰা নাই জানো? তুমি কৈছা জীৱ হেনো

তোমাৰ সত্বা—যদি তোমাৰে সত্বা জীৱ। তেনে তুমিয়েই বান্ধি দিয়া প্ৰাৰব্ধ-ভোগ জীৱৰ ভাগত পৰিল কিয়? তুমি যদি সৰ্ব-নিয়ন্তা, জীৱৰূপ মাটিৰ পুতলা সাজি মানুহৰ মন বুদ্ধিৰ গৰাকী হৈ জীৱক কিয় প্ৰাৰব্ধ ভোগী কৰিছা? তুমি বিশ্ব-সৃষ্টি জীৱ-সৃষ্টি কৰি, আপোন মনেৰে পুতলা খেল পাতি ভাঙিছা গঢ়িছা পুতলা সজাবোৰক কিয়, তোমাৰ হাতৰ পুতলাবোৰে পাপ-পুণ্যৰ কথা কি বুজে? মানুহৰ আত্মাত থাকি, মনত থাকি তুমিয়েই অহৰহ পাপ-পুণ্যৰ প্ৰেৰণা দিছা, পাপ-পুণ্য সুকৃতি দুষ্কৃতিৰ বাবে দায়ী তুমি নিজে। মানুহ তোমাৰ হাতৰ পুতলা হৈ পাপ-পুণ্যৰ বাবে দায়ী হ'ব কেনেকৈ? মানুহৰ মন সীমিত গণ্ডিত আবদ্ধ। খন্তেকীয়া সুখ-দুখ, সীমা-বন্ধা উৎপত্তি বিলয়ত ব্যতিব্যস্ত। তুমি অনন্ত অসীম। মানুহৰ ক্ষুদ্ৰ সীমিত মনে বিচাৰে, শান্তি-তৃপ্তি, সুখ-আনন্দ, জীৱন-যুঁজত যুঁজি হাৰাশাস্তি হৈ হাবাথুৰি খাই মৰে। দুৰ্বল মানব-প্ৰাণ খন্তেক হাঁহিত আপোন পাহৰা, খন্তেক বিয়োগত অস্থিৰ হৈ পৰে, ইমান দুৰ্বল কৰি তুমি মানুহ-চিত্ত গঠন কৰিছা। আকৌ এই দুৰ্বল মানুহক লৈ তুমি পুতলা খেল খেলিছা। তুমিয়েই মানুহৰ মনোবৃত্তি দিছা, কাকো নিবাৰণ কৰিছা, কাকো প্ৰয়োগ কৰি কৰ্মৰ খেল খেলিছা। কাকো পাপৰ পঙ্কলৈ ঠেলি দিছা—কাকো বা সাৱটি ধৰি সান্ত্বনা দিছা। সুখ দিছা, কাৰো বুকুত জুই জ্বালি দিছা, কাকোবা শান্তিৰ পানী বাকি দিছা। হে বিশ্বপতি। তুমি মানুহৰ প্ৰতি এনে অবিচাৰ কৰা উচিত নহয়, মানুহৰ ক্ষুদ্ৰ জীৱনৰ খলা-বমা বাটত, দুখ-গ্লানিৰ মহাভাৰ নিদিবা।

মানুহৰ জীৱন-দেৱতা হে বিশ্বপতি! তুমি মানুহক ক্ষমা কৰিবা। মানুহে যি দৰে তোমাৰ বিচাৰ শিৰপাতি লৈ হেলাৰঙে ক্ষমা কৰে, তুমিও সেইদৰে তোমাৰ চিৰ করুণাৰূপেৰে মানুহক ক্ষমা কৰিবা।

**নাটঘৰ:** কবি-মানসত এই বিশ্বজগত এখনি নাটঘৰ, আৰু প্ৰতিজন মানব এই বিশ্ব নাটঘৰৰ ভাৱৰীয়া বুলি ভাবে। কবি-মানসে অতীত দৃষ্টিভঙ্গীৰে জীৱনৰ বাটত এৰি অহা ৰঙ্গমঞ্চখনলৈ উলটি চাইছে, স্বপ্ন ছবিৰ দৰে স্মৃতিৰ পটত জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোনৰ ছবিবোৰ দেখি ভাবিছে।

কোন মহাশূন্য ভেদি জীৱ অকলৈ আহে বিশ্ব-ৰঙ্গমঞ্চলৈ, এই বিশাল বিশ্বত ভাৱৰীয়া সাজি বিবিধ অভিনয় কৰি যায়। কত ভাৱৰীয়াই কত ভাও দি দি হিয়া ভাঙি চূৰমাৰ কৰি গ'ল। কবিৰ জীৱন নিশাৰ পুৱতী সময়ৰ লক্ষ্য তৰাটিও লুকাল, নাটঘৰ শূন্য হৈ গ'ল, উৎসৱ শেষ হৈ গ'ল। কবিয়ে বহি বহি ভাবিছে, স্মৃতিৰ তুলিকা লৈ ছাঁয়া ছবিবোৰত তুলিকা বুলাইছে, অতীতত মাৰ যোৱা ৰূপ ছবিবোৰ ফুটাই তুলিবলৈ কৰিছে ব্যৰ্থ প্ৰয়াস। জীৱনৰ নাট্যমঞ্চত ভাৱৰীয়া সাজি ভাও দি দি কবিৰ আজি বেজাৰ লাগিছে—ভুৱা ভাৱনাই তিতা লগাইছে—এইখন সংসাৰ সাগৰৰ পাৰত বালিঘৰ সাজি সাজি সাগৰৰ ৰূপ পাহৰি গৈছে। এইবাৰ কবি-মানসে স্থিৰ সিদ্ধান্তত উপনীত হৈ কৈ উঠিছে—জগতৰ কাৰো কোনো নহয়, কোনো কাৰো মৰমৰ নহয়, চকুৰ চিনাকি দুদিনীয়া, হিয়াৰ মাজত জ্বলি থকা যি অনন্ত সীমাহীন তৃষা, এই সসীম তৃষাৰ জৰী খহি গলে মন-মানস চিৰকাললৈ অসীমত বুৰ যাব।

**বাস্তব আৰু কল্পনা:** এই পৰিদৃশ্যমান বিশ্বজগৎখন বাস্তৱ যদিও কল্পনাৰ অলেখ ৰঙেৰে অনুৰঞ্জিত বুলি কবি-মানসে অনুভৱ কৰে। মানব-প্ৰাণে বাস্তৱৰ ৰূপ, ৰস, গন্ধ, স্পৰ্শ, পাৰ্থিব ধৰাৰ কামনা-বাসনা ভোগ কৰিবলৈ বিচাৰে। পঞ্চেন্দ্ৰিয় বাস্তৱৰ গন্ধ, স্পৰ্শ, ৰূপ, ৰস, ভোগত নিমগ্ন হৈ বাস্তৱ তৃপ্তি অনুভৱ কৰে। বাস্তৱ ভোগ সংসাৰ-সুখৰ চিৰন্তন নীতি। মানৱ-মানসে বাস্তৱ ভোগৰ উপৰিও কল্পনা ভোগৰ ভাগ লৈ তৃপ্ত হবলৈ বিচাৰে।

**কল্পনা ঃ** মানস ইন্দ্রিয় কল্পনা জগতৰ ৰূপকুঁৱৰী, মানস ৰাজ্যত মায়াবিনী কল্পনাই বিজুলী সঞ্চাৰে মায়াপুৰী ৰচনা কৰি লোৱাৰ শক্তি ৰাখে। কল্পনা সূক্ষ্মতম মনোৰাজ্যৰ ৰূপকুঁৱৰী, গীত-নৃত্য ছন্দ অমৰ সঙ্গীতৰ অধিষ্ঠাত্ৰী, অপাৰ্থিব মনোৰাজ্যৰ লীলাময়ী, মানবৰ মানসলোক কল্পনাৰ নিজাপী ঠাই, কল্পনাৰ ৰাজ্যত মানব মানসে নিজে সাজি লয়—মনৰ জোখাৰে সুখ ভোগ দুখ বিৰহৰ বোঁৱতী সুঁতিৰ ধাৰ। মুগ্ধা প্ৰকৃতিখনিয়ে কবি-কল্পনাৰ গীত-ছন্দত ৰূপ ধৰে। বিৰহী তৰুণ প্ৰাণবোৰে কল্প-মানসী প্ৰিয়জনালৈ গোপনে প্ৰেমৰ অৰ্ঘ্য সজাই শান্তি পায়; নোপোৱা নেদেখা প্ৰিয় সঙ্গ অনুভৱ কৰে। কল্পনা ৰথত উঠি বিজ্ঞান-মানস উৰি যায় সৌৰজগতলৈ, জোন-তৰা গ্ৰহ-উপগ্ৰহৰ মাজত বেহানি পাতিবলৈ। কল্পনা প্ৰভাৱত প্ৰাণৰ মাজত কঁপনি উঠে, ৰূপ-সাগৰত কবিৰ মন-মানস বুৰ মাৰে। বাস্তৱ জগতখন বিধাতাৰ সৃষ্টি, মহাপ্ৰকৃতি-কল্পনা কবিৰ মানসী বীণা, মানব মানসৰ চিৰন্তন আবহ সঙ্গীত।

**মুক্তি ঃ** মুক্তিৰ হিল্লোল অসীম বিয়পা। প্ৰতি মন্দিৰত প্ৰতি মানসত মুক্তিৰ মহান মুক্ত সুৰৰ ধ্বনি, প্ৰতি প্ৰাণত প্ৰতি মনত মুক্তিৰ মাদকতা উন্মত্ত কল্লোল ধ্বনি! মৃত্যুহীন, ভয়হীন, উন্মত্ততা দুৰ্বাৰ গতিৰে প্ৰতিধ্বনিত—মুক্তি লাগে, মুক্তি লাগে। প্ৰতি অন্তৰ লোকে 'উত্থিত জাগ্ৰত' ধ্বনি।

জাগ্ৰত ধ্বনি অন্তৰৰ অন্তস্থল ভেদি মুক্তিৰ প্ৰতিধ্বনি—শত বাধা, শত দ্বিধা, শত বন্ধন সবল বাহুৰে আজুৰি চিঙিব খোজে বন্ধনৰ লৌহশৃঙ্খল। সুপ্ত শক্তি-তৰঙ্গ আঘাতত তীব্ৰ হৈ উঠে, উল্লাসিত অজেয় পৌৰুষৰ জাগি উঠে—মুক্তি লাগে, লাগে মুক্তি। বহু যুগৰে পৰা উমাই উমাই জ্বলি থকা বিদ্বৰ বহ্নিশিখা মুক্তিৰ বা লাগি জ্বলি উঠিছে। শান্তিৰ পানী চটিয়াই আজি কোনে মুমাই দিব? তিক্ত বন্ধনৰ জীৱন তিক্ত হৈ উঠিছে,

অসহনীয় বন্ধনত লাঞ্ছিত মনৰ বাসুকীয়ে শত ফণা মেলি ফোপাই উঠিছে, যেন বিশ্বক গ্ৰাস কৰিব। বিহ-বহ্নিশিখাৰ শক্তি কোনে ৰোধ কৰিব? মুক্তি লাগে! লাগে মুক্তি, দানবীয় তাণ্ডৱত মানবীয়তাৰ মহা অপমান, শোষণ, পীড়ন, অবিচাৰত দেৱতা লাঞ্ছিত। আসন তিয়াগি আহি ৰোষায়িত চকুৰে দৃষ্টি কৰিছে, মুক্তিৰ শঙ্খধ্বনি বিবেক দ'লত বাজি উঠিছে। দেৱতা নামি আহি মানৱ অন্তৰৰ ৰথৰ ৰচীডাল হাতত লৈ ৰথ পৰিচালনা কৰি 'পাঞ্চজন্য'ত ফু দিছে, ঘোৰ নিনাদত ত্ৰিভুবন কঁপি উঠিছে, এই ধ্বনিক ৰোধ কৰিব কোনে? লাগে মুক্তি, মুক্তি, মুক্তি!

**পৰশমণি:** কবি-মানসত পৰশমণিৰ পৰশ লাগে। জীৱন কুঁৱলীৰ ঢাকনি আঁতৰি যায়, সুৰভি সমীৰণে কুসুম বনৰ সুবাস বাকি গোপন বেদী ৰচনা কৰি আৰতি সজায়। কবি-মানসে পৰশমণি বিচাৰি ফুৰে। ষড়ঋতু প্ৰকৃতিৰ সুৰভি নিশ্বাসত জাগি উঠে, বনভূমি মঞ্জৰী উঠে, পুৱতী অৰুণ বাওলী জীৱন ৰেখাৰে পৃথিবীৰ বুকুত মুকুতা সিঁচে। নীলা অসীম দিগন্তত পোহৰৰ ঢৌ খেলে— দুচকুত লাগে ৰূপৰ ৰাগী। হিয়াৰ মাজত দিগন্তৰ সীমা হেৰায়, মনে বিচাৰে অসীমৰ ৰূপৰেখা। ৰূপৰ পূজাৰী! তুমি মানস-লোকত মোহনবেদী ৰচনা কৰি কাক থাপিবলৈ বিচাৰিছা? নিৰুপমা প্ৰকৃতিয়ে বসন্ত কুসুমে সদায় নতুন যাৰ পৰশ 'পূজাৰী'! তুমি অৰ্ঘ্য সজায় সেই অমলিন পুষ্প-অৰ্ঘ্য ক'ত পাবা? তোমাৰ অন্তৰলোকলৈ চকু দিয়া! স্বাৰ্থ-মোহে ঢাকি থোৱা মলিন হিয়া বেদীত অৰূপৰ ৰূপৰেখা জ্বলিব নোৱাৰে। মলিন কাজলে ঢাকি থোৱা দুচকুত ৰূপৰ জেউতি নপৰে। পুৱাৰ আকাশত জাগি উঠা পোহৰৰ ৰশ্মিয়ে যেনেকৈ পৃথিবীৰ বুকুত শিহৰণ জগাই তোলে, মানব-মানসত তোলে সুৰৰ জোঁৱাৰ—সেইদৰে তোমাৰ হিয়াৰ মাজৰ পুষ্প-বনত ফুলি উঠা ফুলপাহিৰ সুগন্ধত ভোমোৰাবোৰে গুঞ্জৰি ফুৰিছে। মনে-প্ৰাণে বিশ্বজুৰি যেন অজানিত মুক্তিৰ আনন্দ-

সঙ্গীত বাজি উঠিছে। তুমি মালতী মালা গাঁথি, চন্দন সুৰভি ৰাখি পূজাৰ অৰ্ঘ্য সজাব নেলাগে, গীত-নৃত্য, আৰতিৰ আয়োজনো কৰিব নেলাগে—বাহ্যিক পূজাৰ আয়োজনত ব্যস্ত হৈ থাকোঁতে তোমাৰ জীৱনৰ শুভ লগ্ন পাৰ হৈ যাব।

হে শান্তি-প্ৰয়াসী বাটকৰা, হে সত্য অন্বেষণকাৰী বাটকৰা! তুমি স্নিগ্ধ শান্ত অমৃত পোহৰত স্নান কৰা, তনু-মনক শুচিশুদ্ধ কৰি, তোমাৰ মানস-লোকৰ পুষ্প-বনত প্ৰেমৰ বন্তি এগছি জ্বলাই লৈ তুমি বিচাৰি ফুৰা বাঞ্ছিতজনক বিচাৰা।

তুমি পাবা! তোমাৰ জীৱনৰ কৰ্তব্য কৰ্মৰ আঁৰে আঁৰে—জীৱনৰ গতিপথৰ প্ৰতি খোজত তুমি দেখা পাবা সত্যৰ পোহৰ, শুনিবলৈ পাবা চঞ্চল চৰণৰ নূপুৰ ধ্বনি, তোমাৰ গন্তব্য বাটৰ মাজত দেখা পাবা দিব্য বাঞ্ছিত চৰণ-চাব।

যুগ-যুগান্তৰপৰা তীৰ্থযাত্ৰীবোৰে এই দুৰ্গম পৰ্বত, গভীৰ অৰণ্য, গিৰি, গুহা, হিমাদ্ৰিৰ তুষাৰঢকা তুঙ্গ শিখৰত বিচাৰি ফুৰিছে এই চৰণ-ৰেখা। ক্লান্তিহীন হৈ কবি-শিল্পী তপস্বী-সাধক জীৱনে মায়া-মৰু মৰীচিকা ভেদ কৰি কৰি আগ বাঢ়িছে ব্যাকুল আশাৰ সপোন লৈ ধ্যানে-জ্ঞানে চিৰ-যাত্ৰাৰ বাটে বাটে—সাগৰ-তলিত বুৰ মাৰি গুপুত মাণিক বিচাৰি ফুৰিছে। হে তীৰ্থযাত্ৰী! ক্ষন্তেক ৰোৱা! কবিৰ কথা শুনা!

তীৰ্থযাত্ৰী! নিজৰ অন্তৰলোকলৈ চোৱা, ধৰণীৰ ধূলিকণাত প্ৰেমৰ সপোন আঁকা আছে—তুমি দেখা পাবা সুনিৰ্মল হিয়া-দাপোণত, ধিয়ানৰ শান্ত পৰিবেশত, তোমাৰ মানসৰ কমল-বনত তুমি দেখা পাবা সুন্দৰৰ প্ৰতিচ্ছবি। যিদিনা তোমাৰ হিয়া সুন্দৰৰ প্ৰেমেৰে উপচি পৰিব, মোহনৰ মোহন ৰূপৰ প্ৰভাৱে তোমাৰ দুচকুত কাজল পিন্ধাব, সেইদিনাই তোমাৰ নিৰাশা আঁউসী আঁতৰি পূৰ্ণিমাৰ জোনে হিয়া জিলিকাব, সেইদিনা তোমাৰ হিয়াৰ পূৰ্ণিমা-জোনাকত বিশ্বভুবন জোনোৱালী হৈ পৰিব।

সেই দিনা তুমি প্ৰতি ফুলে পাতে পাতে এই গুৱনী ধ্বনিত সৌন্দৰ্য্যৰ মেলা দেখিবা।

হৰিষে-বিষাদে, সুখে-দুখে, বিচ্ছেদ-দুখৰ চকুলোত মিলনৰ সুখ-সংবাদত আনন্দ-বিষাদ সকলো তুমি তোমাৰ চিৰ প্ৰিয়ৰ প্ৰসাদ বুলি শিৰত তুলি লোৱা। তুমি দেখিবা—তোমাৰ জীৱন প্ৰদীপৰ উৰ্দ্ধমুখী শিখা জ্বলাই তোলা। এই প্ৰাণ মনক তুমি হোমানলৰ আহুতিৰূপে দান কৰা—ইন্দ্ৰধনুৰ সাত ৰঙৰ চকুত কাজল পিন্ধি লোৱা! তুমি দেখা পাবা, চিৰ সুন্দৰৰ ৰূপৰেখা। সুন্দৰ বিশ্ব-ভুবন জুৰি ৰূপ-ৰেণুৰ ৰশ্মিৰ শিখা! কোনোবা ৰূপকোঁৱৰৰ পৰশ লাগি তোমাৰ হিয়াৰ এন্ধাৰ খোটালি জোন-জোনোৱালীহে উঠা তুমি দেখা পাবা। সেইদিনা তোমাৰ মন-ফুলনিত পদুম ফুলিব ; তোমাৰ হিয়া নন্দন-বনত পৰিণত হব পাৰিজাত সুগন্ধিৰে মলমলাব।

সেইদিনা তোমাৰ ভোগ-ত্যাগ স্বাৰ্থৰ মাজতো তুমি জগতৰ নতুন ৰূপ দেখা পাবা। নতুন সত্য-তথ্য তোমাৰ চকুত জিলিকি উঠিব। তোমাৰ জীৱন এটি নতুন উন্মাদনাময় প্ৰেৰণাৰে উদ্ভাসিত হৈ নতুন জীৱনৰ নতুন দুৱাৰ মুকলি হৈ উঠিব, তোমাৰ সাধনাৰ বিজুলী শক্তিত। সেইদিনা তোমাৰ জীৱনৰপৰা সকলো নিষেধ-নিয়ম দেশ-কাল-পাত্ৰ, ধৰ্ম্ম-ভেদ জাতি-ভেদৰ আঁতৰিব বেদ-কোৰাণৰ পাৰ্থক্য, কৰ্মময় বিশ্বজগতত তুমি নতুন পোহৰৰ বাট দেখা পাবা। জগতৰ সকলো তীৰ্থৰ পবিত্ৰতা সত্য সাধনৰ বিজুলী শক্তিৰ বাণী আহি তোমাৰ হিয়াৰ তাঁৰত ধৰা দিবহি। সেই সুৰৰ পৰশ পালে, সুৰে সুৰে ভুৱন বিয়পি সুৰৰ কঁপনি উঠিব। নতুন সূৰ্য্যৰ অৰুণ জেউতিয়ে তোমাৰ শিৰত নিৰ্মালি প্ৰসাদ বৰষিব।

সেইদিনা তুমি অসীম তৃপ্তিৰ আস্বাদ অনুভৱ কৰিব পাৰিবা। তোমাৰ প্ৰাণ শীতলাই আকাশী মন্দাকিনীৰ মধুময় শান্তিময় সোঁত ব'ব। তুমি পাবা অন্তৰৰ মাজত চিৰসুন্দৰৰ অমৃত পৰশন, চৈতন্যময় পৰশমণিৰ পৰম পৰশন।

**নৱচেতনা ঃ** পৰশমণিৰ পৰম পৰশত মনৰ মাজত নৱচেতনাই পাহি মেলে, নৱচেতনা সঙ্গিনীৰ দৰে মন-মানসৰ লগৰীয়া হয়। নৱচেতনাৰ বিজুলী সোণালী আঁচলখনি মন আকাশত উবি ফুৰে, নৱচেতনাত আপ্লুত কৰি মানসে যুগ-যুগান্ত ধৰি যেন এই নৱচেতনাকে বিচাৰি ফুৰিছে—মানসৰ পাৰে পাৰে, কৰি-মানসৰ আঁৰে আঁৰে বিশ্বভুৱন বশ কৰা মোহন সুৰৰ বাঁহী বাজে অন্তৰৰ গোপন গুহাত জ্বলি থকা সুগন্ধ অগৰু গোন্ধত কবি-মানস মুগ্ধ, আপোন-পাহৰা। মন-আকাশত ৰামধেনুৰ ৰং লাগে, প্ৰাণৰ মাজত গুঞ্জৰি উঠা হিয়া মন, শিয়ৰাই তোলা অজানিত চেতনাই প্ৰাণৰ ছন্দে ছন্দে সুৰৰ সমীৰণ বোঁৱাই দিয়ে—নিৰৱ-নিথৰ দেহ-জগতত তোলে নৱজনমৰ বিকাশৰ উন্মাদনা। নৱ-জনমৰ বিকাশ উন্মাদনাৰ জিলিকণি প্ৰাণৰ পাহিবোৰত পৰি জিলিকণি তোলে, নিজৰ গোপন হিয়াৰ পুষ্পিত সুৰভি গোন্ধত নিজে হয় আনমনা। কবি-মানসৰ জীৱন জোৰা উকা জুই খেদি ফুৰাৰ সামৰণি পৰে, গভীৰ নিশা ভাগকৰা পৃথিবী শুই পৰিলে, গোন্ধ-হৰিণাই মৃগনাভি গোন্ধত বলিয়া হৈ গোন্ধ বিচাৰি ফুৰাৰ দৰে কবি-মনে কস্তুৰী সুগন্ধি বিচাৰে।

**ৰূপান্তৰ ঃ** ৰূপান্তৰময় কবি-মানস। এই ৰূপান্তৰে কবি-জীৱনত নিতে নতুন নতুন বন্দনা জগায়। ৰূপান্তৰে কবিৰ প্ৰাণত শতেক বৰণৰ ৰূপ-ছবি আঁকে, কবি হয় বকুল গোন্ধৰ ছন্দে ছন্দে সুৰৰ সৃষ্টিকৰ সুৰ কবি। কবি-মানসত ৰূপান্তৰৰ চঞ্চল চৰণৰ ধ্বনি জাগি উঠে। বাৰিষাৰ ঢলত বসন্তৰ ফুলত কবিয়ে শুনে অজানিত পদক্ষেপ। কাতৰ আতুৰ ছবিৰ কবি-জীৱনৰ আঁৰে আঁৰে অজানিত ৰূপান্তৰৰ সুৰভি পৰাগ উৰে—মন সাগৰত খলকণি তোলে, সুৰভিৰ গোন্ধত শতেক সঙ্কেতে ধৰা দিয়ে। মানস-মন্দিৰত জ্বলি উঠে অগৰু সুৰভিৰ পৱিত্ৰ সুগন্ধ। ৰোগ, শোক, তাপ, জৰা, ব্যাধি ভৰা দেহৰ আঁৰত যাদুকৰৰ মোহন যাদু

লাগি জড়-দেহ নিষ্ক্রিয় হৈ পৰে, দিব্য-মন দিব্য-দেহত ৰূপৰ পৰশ লাগি হয় ৰূপময়, সেই দিব্য জগতত দুটা সত্তা বর্তমান থাকে, আৰাধনা আৰু আৰাধ্য, দিব্য দেহ-জগতত, প্ৰাণ-থাপনাত ৰূপ-জেউতিৰ অখণ্ড প্ৰদীপ জ্বলি উঠে। সেই ৰূপৰ জেউতি অৰুণৰ সোণ-হেঙুলী বাটৰে দীপ্তিমান। তনুহীন ৰূপ স্পর্শত জড়-দেহ এৰি দিব্য-দেহৰ তন্দ্ৰা ভাগে, নেদেখা ৰূপ ছন্দ সুৰৰ আবেশ জাগে, দিব্য-দেহত ৰূপ-জেউতিৰ মেলা বহে। কবি-মানস নীল আকাশৰ মহাশূন্যত উৰি ফুৰে—শত শত পূর্ণিমা জোনাকৰ ঢলত বুৰ মাৰি হয় জোনাক জেউতি। এই বিশ্ব-জগতৰ সহস্ৰ বিস্মৃতি সহস্ৰ অনুভূতি কল্পনা ৰূপ সাগৰৰ নীলা নীলা ঢৌবোৰত হেৰাই যোৱা সুৰৰ ব্যঞ্জনাবোৰ কাণত পেলায়। এটি তনুহীন সত্তাৰ স্পর্শ প্ৰভাৱত জড়-দেহৰ বান্ধোন সৰি পৰে, ৰূপহীন দেহহীন মোহময় মোহন পুৰীত অমৃত জীৱন সত্তাৰ অনুভূতিয়ে ৰূপ গ্ৰহণ কৰে। এন্ধাৰ পোহৰ বিজুলীৰ শিখাৰে উমলি, জীৱন জোৰা সুৰৰ মেলা পাতিবলৈ ৰূপান্তৰময় কবি-মানস বুৰ মাৰে ৰূপ-সাগৰৰ অতল তলত।

**জীৱনক কৰো মনোৰমা ঃ** নিবিড় নিমগ্নতাৰ দৃষ্টি ভেদ কৰি, কবিৰ জীৱন ৰহস্যই নিতৌ নতুন মায়াপুৰী সৃজন কৰে। প্ৰকৃতিৰ সৌন্দর্য্য-ৰূপৰ মাজত কল্পনাৰ ৰহণ সনা অনুভূতিময় ৰূপ বর্ণালীয়ে নৱ-সচেতনাময় ৰামধেনুৰ বোল চৰায়। ষড়ঋতুৰ পৰিবর্তনৰ নতুন পৰশে নৱ-ৰূপ চেতনা মনত জগায়। সৃজনী মনত সৃষ্টিৰ নৱৰূপ ৰূপায়িত কৰি তোলে জীৱনৰ বিভিন্ন গীতি, কবিৰ অনুভূতিত ধৰা পৰে অনন্ত জীৱন পথৰ ৰূপ অনুভূতি, কোনোবা জীৱনত মেঘদূতৰ বৰষাধাৰত কুমাৰীৰ স্বপ্নানুভূতি জাগি উঠে। সুৰুযৰ চোকা ৰ'দত কোনোবা জনমৰ মৰুৰ বুকত বাট কুৰি যোৱা স্মৃতি জগাই তোলে, কোনোবা জনমত মৰু বুকত বাটকুৰি যোৱা তেজৰ টোপালবোৰ দেখি মন শিয়ৰি উঠে। কত জাতি

উপজাতিৰূপে উত্থান-পতনৰ শত স্বপ্নাবৃত জন্ম জীৱনৰ ছায়াময় স্মৃতি। সাগৰ পাৰৰ উর্মিময় জলধি গর্জনত কত অনন্ত জন্মৰ ইতিহাস শুনি শুনি এই জনমত চেতনা আহিল—পথিকে ভোগ-ব্যাকুল পথ এৰি, ত্যাগপথ ধৰি, হিমালয়ৰ উত্তৰাপথ ধৰি আগ-বাঢ়িবলৈ ধৰিলে; হিমালয়ৰ হিম পৰশত পথিকৰ চকুত ৰূপায়িত হ'ল নৱচেতনাময় স্বপ্ন। তুষাৰ বৰফাবৃত হিম-শিখৰত পথিকে দেখিলে তুষাৰৰ বুকত নিজৰ নৃত্য ছন্দৰে আঁকি থোৱা শিঞ্জিত চৰণৰ আলতাবুলীয়া খোজৰ চিন। চিনবোৰ অম্লানৰূপেৰে আৱৰি আছে তুলাৰ দৰে মেঘবোৰে। পথিক শিয়ৰি উঠিল—এয়া, এয়া, হিমশিখৰত কাৰ খোজৰ চিন? এয়া অনন্ত পথৰ বিশ্বযাত্রিণী মোৰ বিশ্ব-পৰিক্রমাৰ অম্লান খোজ, কোন অনাদি উষাত মহাকালৰ সমাধি ভঙ্গৰ কাৰণে নাচিছিলো বিবিধ ভঙ্গীৰে তপস্বিনী উমাৰূপে, পুষ্প-অর্ঘ্য সজাই জীৱনক চিৰ মনোৰমা কৰি তুলিবলৈ, মই যুগে যুগে সুন্দৰৰ অভিসাৰিকা—ধ্যানৰতা উমাৰূপে।

**মই ভাৰতৰ নাৰী:** মই ভাৰতৰ নাৰী, ভাৰত নাৰী মই সৃজনৰ আদিম প্রভাতত—ভাৰতবর্ষই নাৰীৰূপে বন্দনা জনালে প্রাক বর্ণালীৰ উষাৰ বঙ্কিম আভাক। সূর্য্যমণ্ডল সবিতৃমণ্ডল-ৰূপে স্তুতি-গান গালে, হিৰণ্ময় জ্যোতিশিখাক নাৰীৰূপে কল্পনা কৰিলে আদিম ঋষিকুলে। সবিত্রীমণ্ডলৰ তৰঙ্গায়িত জ্যোতি শিখাৰ ধ্বনিক মহামন্ত্র 'গায়ত্রী', গায়ত্রী নাৰীৰূপা। জ্ঞান শক্তি-ৰূপা পৰা, অপৰা, অৰুন্ধতী, দেৱহুতি সকলো শক্তিকে নাৰীৰূপে বন্দনা জনালো পৃথিবীৰ অসুন্দৰ ধ্বংসকাৰী; সুন্দৰ স্থাপিতকাৰিণী অশুভ অসুৰ বিনাশিনী মহাকাল জাগ্রতকাৰিণী নাৰী শক্তি উমাৰ নৃত্যভঙ্গীৰে বিশ্ব ৰূপায়িত হৈ উঠিল, জাগ্রত হ'ল "সত্য শিৱ সুন্দৰম্", কল্যাণ দৃষ্টিৰে কাম ৰূপ ধ্বংস কৰি নৱতম কামনাক ৰূপ দিলে এই মহাশক্তি নাৰীৰূপা, বিশ্ব-পালয়িত্রীয়ে। জ্ঞান-কোষ শ্রুতিস্মৃতি নাৰী নাম ৰূপিণী। আর্য্যৰ বেদ-যুগত অষ্টসিদ্ধিৰ

অধিকাৰিণী 'বাক্', আত্ৰেয়ী, গার্গী, সূর্য্যা, ঘোষা, বিশ্ববাৰা, লোপমুদ্ৰা মহিমাময়ী ভাৰত নাৰী। আদিম আৰণ্যক যুগ ৰঞ্জিতকাৰিণী ভাৰতৰ জ্ঞানসিংহাসন শুৱাই তোলা ব্ৰহ্মবাদিনী ভাৰত-নাৰী-সকলে। জ্ঞান-যোগ-তপস্যাত ভাৰত তপোবন অনুৰঞ্জিত হৈ উঠিছিল। ভাৰত নাৰীৰ প্ৰেম-ত্যাগ-ক্ষমা-কৰুণাৰে ভাৰত ৰূপায়িত হৈ সুকুমাৰ সৌন্দৰ্য্য দানেৰে ভাৰতবৰ্ষৰ জ্ঞানৰ সিংহাসন উজলাই তুলিছিল নাৰী মহিমাৰে। ভাৰত নাৰীয়ে পুৰুষ-প্ৰাণত কৰ্মৰ শক্তি যোগায়। যুগশ্ৰেষ্ঠ শ্ৰীৰামচন্দ্ৰৰ হৰধনু ভঙ্গাৰ প্ৰতিজ্ঞাৰূপিণী 'সীতা', মৃত্যুক পৰাজয়কাৰিণী সতী-সাবিত্ৰী, ভাৰত-কন্যাৰ অন্তৰত সদায় তপস্যাশক্তি বিৰাজমান। ভাৰতৰ আদৰ্শ মাতৃ গান্ধাৰীয়ে অন্যায় দুৰ্নীতিপৰায়ণ পুত্ৰ দুৰ্য্যোধনক ত্যাগ কৰিবলৈ স্বামী ৰজা ধৃতৰাষ্ট্ৰক বাৰে বাৰে অনুৰোধ কৰিছিল। ভাৰত-নাৰীয়েই ভাৰতৰ মহান ঐতিহ্য। পৰাধীনা ভাৰতৰ স্বাধীনতা ৰক্ষাৰ কাৰণে যুগে যুগে ভাৰত-নাৰীয়ে ঝান্সি ৰাণী লক্ষ্মীবাঈ, দুৰ্গাবাঈ, ৰেজিয়া চুলতানা, পদ্মিনী সতীত্ব ৰক্ষাৰ কাৰণে জল আৰু অগ্নিত জীৱন বিসৰ্জন দি আহিছে। সতী জয়মতী সত্যাগ্ৰহৰ আদৰ্শ দেখুৱাই স্বামী আৰু দেশ ৰক্ষাৰ বাবে প্ৰাণ বিসৰ্জিলে। ৰাধাৰুক্মিণী, মূলা গাভৰুৰূপে দেশৰ হকে যুঁজি মৰা, কিশোৰী কনকলতাৰূপে বুকপাতি গুলি লৈ হাঁহি হাঁহি মৰা ভাৰত-নাৰীৰ মহিমা। মহামানৱৰ সহধৰ্মিণী, কৰ্মসঙ্গিনী, সেৱাব্ৰতা পত্নী কস্তুৰবা জাতিৰ মাতৃ-স্বৰূপা। ভাৰত-নাৰী ভাৰতৰ দেশনেত্ৰী সৰোজিনী নাইডু ভাৰত কোকিলা, কোকিল-কণ্ঠৰ অপূৰ্ব বাগ্মিতাৰে ভাৰত জগালে। ভাৰত-নাৰী চিৰ যুগমীয়া ভাৰতৰ মন্দিৰৰ গৌৰৱ-প্ৰদীপ যিহেতু ভাৰত-নাৰীৰ প্ৰতিভাৰ মনীষাৰে ভাৰতবৰ্ষৰ চিৰন্তন যজ্ঞ বেদীৰ হোমশিখাৰূপে জ্বলি থকা দীপ্তীময়ী ভাৰত-নাৰী।

**নাৰী তুমি সৃষ্টি স্থিতি প্ৰলয়কাৰিণী:** নাৰী-চৰিত্ৰ তিনি ভাগত প্ৰকাশমান। নাৰী সৃষ্টিকাৰিণী, স্থিতিকাৰিণী, প্ৰলয় বা

ধ্বংসকাৰিণী ৰূপে কৰা কল্পনাৰ প্ৰকাশ—সৃষ্টিৰ প্ৰাণস্পৰ্শ নাৰী, নাৰীৰ পৰশে পৃথিবীৰ ষড়ঋতু ছন্দময় সুৰময় ৰূপময়। জগতৰ আদি সুকুমাৰ-কলা বিকাশিনী নাৰীৰ প্ৰকাশত প্ৰভাৱত প্ৰকৃতি উতলা হৈ নাৰীৰ বিজয় ঘোষণা কৰে ; নাৰীৰ মধুময় পৰশত নিৰস পৃথিবীত ৰূপৰ জোৱাৰ লাগে। জীৱনত ছন্দ জগায়, পৃথিবীৰ কলাসৃষ্টি সৌন্দৰ্য্য বিকাশৰ মূল নাৰী। নাৰীৰ প্ৰভাৱে পৃথিবীৰ-মাজত সংসাৰ ফুলনি ফুলি উঠে। নাৰীৰ কোমল প্ৰাণৰ কল্যাণ পৰশে অমৃতৰ পাত্ৰ ওপচাই ৰূপ প্ৰসব কৰে, নাৰী প্ৰাণৰ ধৰিত্ৰীসমা সহিষ্ণুতা বুকুত সাৱটি লৈ, স্নেহ-প্ৰেম-ক্ষমা-কৰুণা-সেৱাৰে পৃথিবীৰ মাজত নাৰীয়ে স্বৰ্গৰাজ্য-খাপে বুকুত ফুলাই তোলে, দেৱ-নন্দনৰ মহৎ জীৱনৰ পুষ্প পাৰিজাত, সৃষ্টিৰ মহান বৈভৱ। সংসাৰৰ সমস্ত ঘাত-প্ৰতিঘাত বুকুত সাৱটি, সংসাৰ-সমুদ্ৰ মথোতে ওলোৱা বিহ পান কৰি অমৃত বিলাই দিয়ে —নিজে ৰিক্ত হৈ। নাৰী স্থিতিৰূপা, নাৰী মাতৃৰূপে বিশ্ব-মহিমাৰ অধিষ্ঠাত্ৰী, নাৰী সৃষ্টি-স্থিতিৰূপে বিজয়িনী, বিশ্বই এই নাৰী ৰূপক শ্ৰদ্ধাৰে বন্দনা জনায়। নাৰীৰ আন এটি ৰূপ প্ৰলয়কাৰিণী, এই ক্ষেত্ৰত এহাতে অমৃতৰ পাত্ৰ লৈ, আনহাতে কালকূট বিষ লৈ অভিনব অভিনেত্ৰীৰূপে সংসাৰৰ ভাওনা থলীত দেৱাসুৰক মোহিত কৰিব পৰা শক্তিয়ে আসুৰি উন্মত্ত পুৰুষক মৃত্যুমুখলৈ ঠেলি দিয়ে। মোহান্ধ পুৰুষে এই ছলনাময়ী নাৰীৰ হাতৰ বিহৰ পাত্ৰ অমৃত বুলি পান কৰি পতন হয়। নাৰীৰ অদ্ভুত শক্তিৰ প্ৰভাৱত দেৱতাও অসুৰ হয়। অসুৰ শক্তিও দেৱত্বলৈ উন্নীত হয়। এহাতে নাৰী মহিমাৰ উচ্চ শিখৰত অৱস্থান কৰে। কেতিয়াবা ধ্বংস-কাৰিণী নাৰী শক্তি সংসাৰ-উৰ্মিত পৰি কালনাগিনীৰ ৰূপ লৈ বিষাক্ত দংশনেৰে সংসাৰ-ফুলনি ছাৰখাৰ কৰি নৰকত পৰিণত কৰে। এই ক্ষেত্ৰত নাৰী দানৱী ৰূপেৰে প্ৰকাশ পায়। এই ক্ষেত্ৰত নাৰী সৃষ্টিনাশিনী দানৱী। তথাপি নাৰীৰ মূল শক্তিক আদ্যাশক্তি-স্বৰূপাৰূপে বিশ্বই বন্দনা কৰিছে।

# আনন্দৰ সন্ধান

পৃথিবী যিদিনা অজ্ঞানতাৰ এন্ধাৰত শুই আছিল সেই দিনা ভাৰতবৰ্ষৰ উদয় আকাশত দীপ্ত জ্ঞান-সূৰ্য্যৰ আলোক-ৰশ্মিৰে পৃথিবী পোহৰাই তুলিব পৰা জ্ঞান-বিজ্ঞানৰ শত শিখা জ্বলি উঠিছিল। অতীত ভাৰতৰ জ্ঞান-সাধকসকলে আধ্যাত্মিক চিন্তাধাৰাক ভেটি কৰি যি সাহিত্য ৰচনা কৰিছিল, সেই সত্যত প্ৰতিষ্ঠিত অমৰ সাহিত্যই নিৰ্দেশ কৰা পথত আছিল গোপন উত্তাপ। জ্ঞানৰ অভাবনীয় উত্তাপত মানব-মন উদ্বুদ্ধ, তাপিত, অৰ্থাৎ সংস্কাৰিত হৈ পূৰ্ণ মানবত্ব লাভ কৰিবলৈ শক্তি আৰ্জিব পাৰিছিল। কৰ্ম-ক্ৰিয়াযুক্ত জ্ঞানৰাশিয়ে মানব-আত্মাত সত্য আবিষ্কাৰৰ ঐকান্তিক আকাঙ্ক্ষা জগাই তুলিছিল। চিৰকালে যুগৰ সাধক-শিল্পীসকল ভবিষ্যত বিশ্বৰ অমৃত বাৰ্তাবহ।

প্ৰাচীন মনীষীসকলে জাগতিক জগতৰ ঊৰ্দ্ধত মানব-মানসৰ এখনি ঊৰ্দ্ধ জগত স্পষ্টতৰৰূপে দেখুৱাই গৈছে। সেই ঊৰ্দ্ধ জগতৰ বাতৰিৰ সম্ভেদ উচ্চস্তৰৰ প্ৰাণতত্ত্ব আৰু মনস্তত্ত্বত প্ৰতিফলিত আৰু ৰূপায়িত হোৱাৰ বাহিৰে প্ৰকাশৰ আন পথ আজিও উদ্ঘাটিত হোৱা নাই। চিৰাচৰিত জীৱনৰ গতি-পথেৰে এনে গোপন আনন্দময় পথৰ সন্ধান পোৱা নেযায়। কৰ্মময় জীৱন-বাটত আগ বাঢ়োঁতে কৰ্মক্লীষ্ট জীৱনৰ মাজত আনন্দ আৰু শান্তিৰ আকাঙ্ক্ষাই কেতিয়াবা কোনো শুভ মুহূৰ্তত মন উন্মনা কৰি তোলে, অজ্ঞাত আনন্দৰ প্ৰেৰণাৰ পৰশ মানব-মনে অনুভব কৰে। এনে অজ্ঞাত আনন্দ প্ৰেৰকজনেই ঋষি-তত্ত্ব মতে মানব চৈতন্যৰ অধিকাৰী আত্মা বুলি নিৰ্দেশ কৰিছে। এই আত্মা কেনেকুৱা,

ক'ত থাকে? আত্মাৰ ক্ৰিয়া বা কৰ্ম কি? এনেবোৰ প্ৰশ্নই মনক আগুৰি ধৰে। ভাৰতীয় দৰ্শনমতে বিশ্বাত্মা সৰ্বব্যাপী, নিজৰ অন্তৰত প্ৰত্যেক জীৱৰ অন্তৰ গুহাত আত্মাৰ স্থিতি স্থান; কিন্তু অদৃশ্য আত্মাক চকুৰে দেখা নাযায়, হাতেৰে পৰশ কৰিব নোৱাৰি, কাণেৰে শ্ৰৱণ কৰিব নোৱাৰি; আত্মাৰ অৱস্থিতি মাথোন অনুভৱনীয়। তীব্ৰতৰ অনুভূতিৰ যোগে আত্মাক দেখা যায়, আত্মাৰ অমৃত পৰশ অনুভৱ কৰা যায়, গভীৰ স্থিৰ মানসত আত্মাৰ ক্ৰিয়া প্ৰকাশ হয়। মানৱ প্ৰাণৰ সুগোপন অৱস্থানত অৱস্থিত চৈতন্যস্বৰূপ পৰমাত্মা চিৰ শান্তিময় প্ৰাণ-জগতত প্ৰকাশমান। অস্থিৰ কৰ্মব্যস্ত জগতত মানৱ-চেতনাত অবিৰাম কৰ্ম প্ৰচেষ্টাৰ প্ৰেৰক সৰ্বশক্তিৰ আধাৰ অন্তৰস্থিত আত্মাৰ ক্ৰিয়াতেই সমাধান হয়। কৰ্মব্যস্ত মানুহ-জীৱনে কৰ্ম-উন্মাদনাত নিজকে বুৰাই গতিশীল বাটত আগবাঢ়ি যায়, কৰ্মব্যস্ততাৰ মাজেৰে আগবাঢ়োঁতে নিজৰ অজ্ঞাতসাৰে যেন অন্বেষণ কৰে শান্তিৰ পথৰেখা। দুৰ্গম সংসাৰ-পথৰ বাটকৰা অশান্ত মানৱ-মানসে তৃপ্তি নাপায়, শান্তি নাপায়। মানুহৰ মন চিৰ মৰুভূমি, ই নিতিতে, সহস্ৰ ভোগ-সুখেও মানুহ-মনৰ পূৰ্ণ তৃপ্তি আনিব নোৱাৰে। দুৰ্বাৰ বাসনাৰ জুই অহৰ্নিশে জ্বলিব লাগিছে মানৱ অন্তৰত—ই যেন ৰাৱণৰ চিতা জুই, অতৃপ্ত বাসনা-কামনাৰ তাড়নাত অস্থিৰ চঞ্চল। সীমিত মানুহ-জীৱনৰ শত সহস্ৰ ঘাত-প্ৰতিঘাত, অনাটন-দাৰিদ্ৰতা, ৰোগ-শোক, অতৃপ্তি, হা-হুতাহুত দেহ-ধৰ্মৰ হলাহলে জাগতিক জীৱনক প্ৰতি মুহূৰ্তে অশান্তিৰ বাটলৈ লৈ যাব লাগিছে। সংসাৰৰ অশান্তিৰ পৰা অব্যাহতি পাবলৈ মানুহে বহু উপায় অৱলম্বন কৰি মনক শান্ত কৰিবলৈ যত্ন ললেও প্ৰকৃত শান্তিৰ সন্ধান পাব নোৱাৰে।

মানৱ-মানসৰ বিকাৰসমূহেই অশান্ত মানৱ-আত্মাক প্ৰকৃত সত্যপথ অন্বেষণত বাধা দিয়ে। মায়ামুক্ত আত্মাই চিত্তৰ সমতা

হেরুৱায়। সংসাৰ-ধৰ্মত পৰি সুখ-তৃষ্ণাত আকুল মানব-মানসে প্ৰকৃত বাটৰ পোহৰ দেখা নাপায়। ইন্দ্ৰিয়শক্তি সজাগ হলে আত্মশক্তি পৰাভূত হৈ পৰে। বহিৰ্মুখী মনৰ তাড়নাত আত্ম-শক্তিয়ে প্ৰকাশৰ বাট হেৰুৱায়, শোক-দুখ, কাম-ক্ৰোধ, লোভ, মোহ, হিংসা-ঈৰ্ষাৰূপ ইন্দ্ৰিয় বিকাৰৰ দাস হৈ আত্মাৰ চিৰশান্ত সুন্দৰ সমতা হেৰুৱাব লগীয়া হয়; এনে অবস্থাত মানব-চিত্ত বিকাৰৰ দাস হয়, পঞ্চেন্দ্ৰিয়ৰ ভোগত উন্মত্ত মানব-চিত্তই অশান্তি ভোগ কৰে। মানবৰ কৰ্তব্য কি? কৰ্তব্য বহিৰ্মুখী অশান্ত-চিত্তক ক্ৰমে ক্ৰমে অন্তৰ্মুখী কৰিবলৈ যত্ন কৰা উচিত। চিত্ত অন্তৰ্মুখী নহলে আনন্দলাভ সুদূৰপৰাহত। অন্তৰ্নিহিত আত্মাই আনন্দৰ কেন্দ্ৰ—সত্যপথৰ সন্ধানতেই আত্মাৰ আনন্দৰ সংবাদ আছে। আত্মস্থিত আনন্দ সংবাদ প্ৰাপ্তিৰ অধিকাৰী কৰি বিধাতাই মানুহ-জীৱন সৃজন কৰিছে। এই পথ সাধনাৰ পথ, চঞ্চল মনৰ ওপৰত আধিপত্য বিস্তাৰেই প্ৰকৃত সাধনা। এই সাধনা অতি সহজ। মনক আয়ত্ব কৰিবলৈ লাগে দৃঢ় সংকল্প, চিত্তৰ স্থিৰতা। অভ্যাসৰ ফলত বিকাৰমুখী মনে লাহে লাহে অন্তৰ্মুখী হৈ শান্ত সমাহিত অৱস্থাৰ পিনে অগ্ৰসৰ হবলৈ বাধ্য হয়। এই বাটত আগবাঢ়োতে স্বাভাৱিকভাৱেই মনৰ পৰা মানসিক বিকাৰসমূহ আঁতৰি যাবলৈ বাধ্য হয়। মনক স্থিৰ কৰিবলৈ কৰা যত্নকেই 'ধ্যান' বুলিব পাৰি। ধ্যান এবিধ যৌগিক ক্ৰিয়া, ধ্যান-যোগৰ দ্বাৰাই মানুহে অসাধ্য সাধন কৰিব পৰা ক্ষমতা লাভ কৰিব পাৰে।

ভাৰতীয় দৰ্শনত যোগী-মনীষীসকলে দিয়া নিৰ্দেশমতে পৰমাত্মা পুৰুষ মানবৰ চিত্তাত্মা প্ৰকৃতি। যেতিয়ালৈকে পৰমাত্মা পুৰুষত প্ৰকৃতি ৰূপিনী চঞ্চলা প্ৰকৃতিয়ে নিজ স্বত্তাক বিলীন কৰি পৰমাত্মা স্বৰূপ হব নোৱাৰে, তেতিয়ালৈকে আত্মা অপূৰ্ণ হৈ থাকে, পৰমাত্মাত পৰিপূৰ্ণ চিত্ত সংযোগ স্থাপন কৰিব পাৰিলে আত্মাৰ স্বৰূপ প্ৰকাশ পায়। আত্মস্থিত পথেই আনন্দ-পথ, মানবহৃদয়ৰ গোপন

মণিকূটত আনন্দ ৰসসমুদ্র 'ৰসো বৈ স'ত প্ৰবাহমান। পৰমাত্মা আনন্দ ৰস-সমুদ্ৰত আনন্দ স্বৰূপত প্ৰতিষ্ঠিত। বশীভূত অন্তর্মুখী চিত্তাত্মাই সমতাত প্ৰতিষ্ঠিত হৈ ধ্যান-যোগসেতুৰে বাট অতিক্ৰম কৰি আনন্দধামলৈ গতি কৰিবলৈ সমৰ্থ হয়। এই পথেই সৌন্দৰ্য্যময় ভগৱৎ আনন্দ সান্নিধ্য লাভৰ শ্ৰেষ্ঠ পথ ধৰি ধন্য হয়। একাগ্ৰ মনোনিবেশ, দৃঢ় প্ৰত্যয়, অসীম বিশ্বাসৰ যোগে আনন্দ অন্বেষী, ধ্যানী মানসে চকামকাকৈ কোনো শুভমুহূৰ্তত চিৰ-সত্যস্বৰূপ সৌন্দৰ্য্যৰ আধাৰ অমৃময় চিন্ময়স্বৰূপৰ সংস্পৰ্শ লাভ কৰি ধন্য হয়। অমৃতালোকৰ স্পৰ্শত বহিঃপ্ৰকৃতিৰ লগত অনন্ত প্ৰকৃতিৰ বিশুদ্ধালোকৰ আনন্দময় সেতু গঠিত হয়, আনন্দবাৰ্তাবাহী এই সেতুৰে আহৰিত হয় আনন্দময় সীমাহীন জ্ঞান-বিজ্ঞানৰাশি। এই বিশুদ্ধ আনন্দৰাশিয়েই 'ভূমাৰ আনন্দ'। সুখ-পিয়াসী চিৰ-তৃষাতুৰ মানস-মনে বিচাৰি ফুৰে ভূমাৰ আনন্দ। অশান্ত মানব জীবনে ভূমাৰ আনন্দ অনুভব কৰিব নোৱাৰালৈকে গতিশীল জীৱনৰ বিৰাম নাই। আনন্দ অন্বেষণৰ চিৰন্তন এই ধ্ৰুৱপথেই যোগপথ বুলি ভাৰতৰ ত্ৰিকালজ্ঞ মুনিসকলে নিৰ্দ্ধাৰিত কৰি গৈছে। বিশ্ব-জগতৰ যতমানে শব্দতৰঙ্গ অনাদিকালৰ ভাৰতৰঙ্গত তৰঙ্গায়িত হৈ আছে, অনাদিকালৰ বেদনময় বৈদ্যুতিক সমুদ্র জুৰি তৰঙ্গৰ কম্পনসমূহ যাক আজি উন্নত বিজ্ঞানেও চাক্ষুস প্ৰমাণ কৰিছে, এই বিদ্যুৎতৰঙ্গৰ ক্ৰিয়া বহু হেজাৰ বছৰ পূৰ্বতেই ভাৰতীয় বিজ্ঞানে আবিষ্কাৰ কৰি গৈছে। আজিৰ বাস্তব-বিজ্ঞানৰ সত্য চাক্ষুস প্ৰমাণসিদ্ধ, কিন্তু অতীত ভাৰত-মনীষাৰ তীব্ৰ সচেতনাত ধৰা পৰিছিল ভাব-জগতৰ মানস-জগতৰ তীব্ৰ প্ৰতিক্ৰিয়াসমূহ। এই বিজ্ঞানেই যোগ-বিজ্ঞানৰূপে পৰিচিত। মানৱে সীমিত চিত্তাত্মাৰ বেতাৰ কেন্দ্ৰক কেন্দ্ৰীভূত কৰি অনন্তলোকৰ বেতাৰবাহী যন্ত্ৰৰূপে ক্ৰিয়াশীল কৰি, অদ্ভুত অলৌকিক কাণ্ডক মানুহৰ চকুৰ আগত স্পষ্ট কৰি তুলিব পৰা ক্ষমতা আৰ্জিছিল। পৰিব্যাপ্ত বিশ্বাত্মাৰ

আনন্দ স্রোতধাৰাৰে বিশ্ব আলোড়িত হৈ আছে, স্থিতধী মানসে বিশ্বাত্মাৰ আনন্দময় স্রোতধাৰা গ্ৰহণ কৰিব পৰা ক্ষমতা লাভ কৰে, উন্নত ধ্যানী জ্ঞানী-যোগীসকলে বিশ্বাত্মাৰ আনন্দময় স্রোতধাৰা অনুভব কৰে। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে এনে অনুভূতিৰে লেখিছিল, "সেয়ে আসে আসে আসে—যুগে যুগে পলে পলে আসে।" আনন্দসোঁত আহে, চিৰসুন্দৰৰ অমৃত বাতৰি লৈ তনু-মন পুলকিত কৰা আনন্দবাৰ্তা লৈ সৰগী সমীৰে কাৰ যেন আগমনী জনাই যায়; কবি-মন কবি-ভাব-জগতত তন্ময় আনন্দময় চিৰসুন্দৰৰ সান্নিধ্য অনুভব কৰে। মানব-মানসলৈ ভূমাৰ আনন্দৰ অতুলনীয় সংবাদ আনে। যোগী-ধ্যানীয়ে যি অমৃত সংবাদ অহৰ্নিশে আস্বাদন কৰে, কবিয়ে কৰে ভাব সংযোগৰ নিবিড়তাৰ মাজেৰে ভূমাৰ আনন্দ আস্বাদ। কোনো ভাগ্যবান জীৱনত এবাৰ আস্বাদন কৰিবলৈ পালে, মন হয় বাহ্য উদাসী অন্তৰ্নিহিত তৃপ্তিত আত্মস্থ, অন্তৰৰ সতেজ সক্ৰিয় আত্মাত ভূমানন্দৰ অমৃত স্পৰ্শৰ সংযোগ স্থাপিত হলে, মানবৰ আত্মস্থ শক্তিয়ে বিশ্ব জয় কৰিব পৰা ক্ষমতা লাভ কৰিব পাৰে। অতীতৰ ত্ৰিকালজ্ঞ মুনি-ঋষি-যোগীসকলে অন্তৰত অপৰাজেয় শক্তি লাভ কৰাৰ দৃষ্টান্ত আছে, সত্যত প্ৰতিষ্ঠিত বাক্য অন্যথা নহয়, আত্মাস্থিত মনৰ দুৰ্জয় শক্তিৰ প্ৰভাবত, দূৰ দৰ্শন, দূৰ শ্ৰৱণ, আনকি মৃতকক জীৱন দানৰ উদাহৰণ ভাৰতীয় অধ্যাত্ম-বিদ্যাৰ সহায়েৰেই লাভ কৰিছিল। ভাৰতবৰ্ষ যোগী-ধ্যানী-সাধকৰ দেশ। হিমালয়ৰ তুষাৰ স্তূপত গোপন গুহাত পুৰাতন যোগীৰ দৰ্শন বহুজন ভাগ্যবানে পোৱা শুনা যায়। ভাৰতবৰ্ষ যোগী-ধ্যানীশূন্য হব নোৱাৰে। এইসকল যোগীয়ে নিবিড় ধ্যানযোগে সমাধিস্থ হৈ একাসনে বহুকাল অতিবাহিত কৰে। ভূমাৰ নিবিড় আনন্দত এইসকল সিদ্ধ যোগীয়ে প্ৰকৃতিক পৰাজয় কৰি বিনা আহাৰে জড়-দেহ ৰক্ষা কৰিব পৰা ক্ষমতা আৰ্জি লয়। ভূমাৰ আনন্দ লাভ কৰিবলৈ গুহাবাস-হিমালয়

বাসৰ প্ৰয়োজন নাই; ৰাজৰ্ষিসকলে গৃহবাসতে অপাৰ্থিব ভূমানন্দ লাভ কৰাৰ বাট দেখুৱাই গৈছে। আনন্দ-প্ৰয়াসীসকলে, দেহমনৰ শুচিতা ৰক্ষা কৰি সংসাৰৰ কৰ্তব্য পালন কৰিও নিত্য উপাসনাময় ধ্যান-সংযোগত মনক আয়ত্ত কৰি শক্তি আৰ্জি লোৱাৰ বাট মনীষীসকলে দেখুৱাই গৈছে। এই জীৱনৰ শুভ সঙ্কল্প স্থিৰ কৰি চঞ্চল-চিত্তক ক্ৰমে ক্ৰমে অন্তৰ্মুখী কৰি, ধ্যান অভ্যাসৰ যোগে ভূমানন্দ লাভ কৰিবলৈ আগবাঢ়ি যোৱা প্ৰত্যেক মানৱৰ কৰ্তব্য। ধ্যানৰ গভীৰতাই আনি দিব আনন্দলোকৰ অমৃত বাতৰি।

---

# কবিৰ বাণী

আদিম অৰুণোদয়ৰ প্ৰথম প্ৰভাতত তপস্বিনী ভাৰতে শুনালে বিশ্ববাসীক মানবতাৰ অপূৰ্ব সম্ভাৱনা। এন্ধাৰ পৃথিৱীলৈ নমাই আনিলে নৱজীৱনৰ অমৃত প্ৰজ্ঞালোক, মানৱ জীৱনৰ অমৰত্ব, বিশ্বাত্মাৰ আধ্যাত্মিক মহাবাণী। শতাব্দীৰ সংঘাতত ভাৰত-সংস্কৃতিৰ অফুৰন্ত ৰত্ন-ভঁৰালৰ মণি-মুক্তা ৰত্নৰাজিৰ প্ৰভা ম্লান হৈ পৰিছিল। আজি জাগ্ৰত ভাৰতৰ নৱ অভ্যুদয়ৰ অমৃত লগ্নত আত্মশক্তিৰে প্ৰতিভাময়ী ভাৰতীয়ে আকৌ অমৰ সংস্কৃতিৰ নৱ সচেতনা জগাই তুলিব। নিষ্প্ৰভ ম্লান শিল্পী-প্ৰাণত আঁকি দিব প্ৰেমৰ পৰশেৰে আদৰ্শময় নৱ ভাৰতৰ ৰচনাৰ কল্পনাময় ইন্দ্ৰধনু। ৰুদ্ধ সংঘাতত সুমাই যোৱা সংস্কৃতিৰ ৰূপসাধকৰ অনিৰ্বাপিত প্ৰতিভাৰ দীপশিখাৰ ৰত্নৰশ্মিৰে পোহৰাই তুলিব ভাৰতী বাণীৰ বিজয় মন্দিৰৰ মণিকূট। বিজয়িনী ভাৰতী বাণীৰ কণ্ঠত পিন্ধাব কবি-শিল্পী-সেৱক-সাধকে আকৌ ৰূপ ৰূপালীম্ অমৰ সংস্কৃতিৰ বৈজয়ন্তীমালা। মহা মনীষাৰ আলোক ৰশ্মিৰে বিশ্বমৈত্ৰী "ক্ষান্তি পাৰমিতা"ৰে ভাৰতে ৰচিব নিপীড়িত লাঞ্ছিত মানব আত্মাৰ যুগ-আকাংক্ষিত স্বপ্নস্বৰ্গ— মানবতাৰ শান্তিময় মহাভাৰত—প্ৰেম সমতাৰ পুণ্য তপোবন।*

---

* অসম সাহিত্য সভাৰ সভাপতিসকলৈ অসম প্ৰদেশ কংগ্ৰেছৰ সম্বৰ্দ্ধনা আয়োজন উপলক্ষে দিয়া কবিৰ বাণী। ১৯৫৮ চন, গুৱাহাটী।

# নলিনীবালা দেবী ৰচিত পুথিৰ চিনাকি

## কবিতা

১। সন্ধিয়াৰ সুৰ
সন্ধিয়াৰ সুৰ ( ইংৰাজী ভাঙনি )
২। সপোনৰ সুৰ
৩। পৰশমণি
৪। যুগদেৱতা
৫। জাগৃতি
৬। অলকানন্দা ( সাহিত্য একাদেমি পুৰস্কাৰপ্ৰাপ্ত )

## জীৱনী সাহিত্য

৭। স্মৃতিতীৰ্থ ( কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ সোঁৱৰণ )
৮। বিশ্বদীপা
৯। চৰ্দ্দাৰ বল্লভভাই পেটেল

## নাটিকা

১০। মীৰাবাঈ
১১। শেষ পূজা
১২। পাৰিজাতৰ অভিষেক
১৩। প্ৰহ্লাদ

## প্ৰবন্ধ

১৪। শান্তিপথ

## অপ্ৰকাশিত

১৫। এৰি অহা দিনবোৰ ( জীৱন সোঁৱৰণ )
১৬। মানসতীৰ্থ ( প্ৰবন্ধ )
১৭। মেঘদূত ( কবিতা )
১৮। মন্দাকিনী ( কবিতা )
১৯। অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিবেশনৰ
সভানেত্ৰীৰ ভাষণ ( সাহিত্য সভা প্ৰকাশিত )